# আগলিকা

ডাঃ ৰাজেন ভূঞা

খঞ্জন প্ৰকাশ ঃ পোঃ বোকাখাট ঃ অসম ঃ

**AGALIKA**, a bunch of Short Stories in Assamese by Dr. Rajendra Kumar Bhuyan, Tudor Lodge, 265 Ashley Down Road, Bristol-7, U. K. First Published, June 1963.

প্ৰকাশক ঃ
শ্ৰীলীলাধৰ নাথ
খঞ্জন প্ৰকাশ
পোঃ বোকাখাট, অসম।

পৰিবেশক ঃ
প্ৰগতি পুথি ভঁড়াল
নিউ মাৰ্কেট
ডিব্ৰুগড় ঃ অসম।

প্ৰচ্ছদ পট ঃ
বেণু মিশ্ৰ

মুদ্ৰক ঃ
শ্ৰীশ্যামদাস লাহিড়ী
পিক' প্ৰিন্টিং প্ৰেছ
আঠগাওঁ ৰ'ড
গুৱাহাটী, অসম।

প্ৰথম প্ৰকাশ ঃ
জুন ১৯৬৩ চন

মূল্য ঃ—তিনি টকা।

## পৰম শ্ৰদ্ধাৰে

যিজনে—

আজীৱন শিক্ষকতা কৰি,
পৱিত্ৰ জীৱন যাপন কৰি,
অমিয়া ধামলৈ গুচি গ'ল ;

যিজনৰ—

জীৱন বন্তিৰ নিষ্প্ৰভ ক্ষণত,
মুখাগ্নিৰ সংযোগ মুহূৰ্ত্তত,
বহু অন্তৰত পৰি ৰলোঁ ;

সেই—

চিৰ আৰাধ্য পিতৃ দেৱতা,
৺বেণুধৰ ভূঞাৰ চৰণত,
নৈবেদ্যৰ অভাৱত বৈ থকা ;

এই—

নিঃসম্বল পুত্ৰই যাতে
আত্মাৰ যোগ সূত্ৰ ডালি
জন্ম-জন্মান্তৰেও ছিগি নপৰে

তাৰেই—

কামনাত, সমাজৰ উচ্ছিষ্ট
আগলিকা খিনিকে তুলি আনি
সভক্তিৰে অৰ্পণ কৰিলোঁ।

শ্ৰীমান ৰাজেন ভূঞাৰ আগলিকাখন পঢ়ি চালোঁ—চাই ভাল পালোঁ। সমাজত সচৰাচৰ হৈ থকা ছবি এই কেইটা। "আগলিকা" গল্পটো সঁচাকৈ চিত্তবিনোদক হৈছে। ভাষাটোহে কঠিন—তথাপি ন-লিখক বুলি সেই দোষ মাৰ্জ্জনীয়। আমি "বেক নম্বৰ" প্ৰাচীন বিলাকে ভাল নেপালোঁ কি হ'ল, উদীয়মান বিলাকে নিশ্চয় ভাল পাব। মুঠতে শ্ৰীমান ভূঞাই গল্প লেখা উদ্দেশ্য সিদ্ধি হৈছে।

চেনীকুঠী। গুৱাহাটী
৫-৮-৫৯ চন

স্বাঃ শ্ৰীবেণুধৰ শৰ্ম্মা

হাটখোলা ;........বিধ বিধ মালৰ লেনদেন......বেহা বেপাৰৰ খেল-মেল। আবৰ্জ্জনাৰ স্তূপ এফালে দ'ম হৈ থাকে।

সাহিত্যৰ হাটখোলা—ৰম্য-কাম্য ৰচনা, কবিতা, নাটক উপন্যাসেৰে ভৰপূৰ। চুটি গল্পৰ আমদানি বেচি আজিৰ দিনত। তাতে আবৰ্জ্জনা এচুকত দেখা দিয়ে। মহাৰণৰ পিচত কালৰ ৰথৰ চকাৰ অগ্ৰগতিৰ কোব চৰে, প্ৰগতিৰ গতি দ্ৰুতবেগত আগবাঢ়ে ; মানৱ সমাজ কৰ্ম ব্যস্ততাৰে আকুল চঞ্চল হৈ উঠে।

দীঘল নাটক দীঘল উপন্যাসৰ প্ৰয়োজনীয়তাৰ মূল্য কমি আহে, একাঙ্ক নাটকৰ আৱশ্যক হয়—চুটি গল্পই মানুহৰ মনৰ খোৰাক যোগায়।

সাহিত্যৰ হাটখোলাতো বহু আৱৰ্জ্জনা দেখা দিয়ে। আবৰ্জ্জনা গেলি যায়, পচি যায়।......দুৰ্গন্ধ বিয়পি পৰে। ফলত সমাজত অশান্তি, অমঙ্গল, অকল্যাণে দেখা দিয়ে। মানৱ সমাজ অতিষ্ঠ হৈ পৰে।

সাহিত্যিক শিল্পী সকল সতৰ্ক হৈ থকা উচিত। সাহিত্যৰ পবিত্ৰতাত আবৰ্জ্জনাৰ দৰে চেকা নপৰে যেন। শ্ৰীমান ডাঃ ৰাজেন্দ্ৰ কুমাৰ ভূঞাৰ আগলিকা নামৰ পাঁচোটা চুটি গল্পৰ হাতে লিখা পুথিখনৰ ওপৰেদি চকু ফুৰালোঁ। লিখক ডাক্তৰ—চিকিৎসা বিজ্ঞানত পাকৈত। গল্প কেইটাতো ডাক্তৰী দৃষ্টিৰে চোৱা মানৱৰ চৰিত্ৰৰ ( Symptom ) ৰোগৰ লক্ষণ বোৰ প্ৰকাশ পাইছে। চিকিৎসাৰ ভাল ব্যৱস্থা হ'লে আৰু ভাল হ'ব। "আগলিকা" গল্পটো ভাল লাগিল। প্ৰথম প্ৰচেষ্টা বেয়া হোৱা নাই। ডাক্তৰ পুৰণি হ'লে চিকিৎসাৰ ব্যৱস্থাও ভাল হয়। ভৱিষ্যতে ডাক্তৰৰ লিখনিয়ে অসমীয়া সাহিত্যত ভাল বৰঙাণ যোগাব বুলি আশা ৰ'ল।

১৪ বহাগ
নিৰুপমা পঁজা।
দাধৰা। ডেৰগাওঁ।

স্বাঃ **শ্ৰীবিষ্ণু প্ৰসাদ ৰাভা**

# মোৰ ক'বলগীয়া

মানৱ জীৱনৰ গোপনতম, কথাবোৰৰ শ্ৰোতা আৰু অশ্লীলতম, দৃশ্যবোৰৰ দ্ৰষ্টা ডাক্তৰ বিলাকক দোষ সমাজে গুণ গুনায়ঃ ডাক্তৰৰ জীৱিত মানুহৰ প্ৰতি অলপো মৰম বা দয়া নাই। তেওঁ বিলাক অমানুহ---দয়া মৰম আৰু অনুকম্পাহীন এক শ্ৰেণীৰ স্বকীয়া জীৱ।

সঁচা—অস্বীকাৰ কৰিব নোৱাৰোঁ। কিন্তু কেতিয়া— ?

যোতয়া সাংসাৰিক জীৱনৰ এটা বিশিষ্ট অংশ চিকিৎসা জীৱনটোত আমি সোমাই থাকোঁ বাস্তৱতাৰ কঠোৰ দায়ীত্বই আমাৰ মনৰ কোমলতাখিনিক চেপি ধৰি ৰাখে।

আৰু—

তে তয়াই সু-প্ৰসিদ্ধ উপন্যাসিক এজনৰ দৰেই আমিও ক'ব খোজো ঃ "মই ডাক্তৰ। ৰোগীক জীৱন দিয়া মোৰ কাম, মৰণৰ পৰা মানুহক ৰক্ষা কৰা মোৰ ধৰ্ম্ম। নহয়, নহয়, মই মানুহ নহয়, মই ডাক্তৰ, মই ডাক্তৰ।......ডাক্তৰ মানুহ নহয়, ডাক্তৰৰ শত্ৰু-মিত্ৰ নাই, আপোন-পৰ নাই।"

তথাপিও তাৰ মাজত থাকিয়েই সমাজে অৱহেলা কৰি যোৱা আগলিকাখিনিক টুটলিবৰ কাৰণে ক্ষুদ্ৰ চেষ্টা কৰিছিলোঁ। কিন্তু সাহিত্যৰ নোৱনি সাজেৰে সজাব পৰা যোগ্যতা লাভ কৰিব নোৱাৰিলোঁ।

আগলিকাত সমাবেশ কৰা চৰিত্ৰ কেইটা সম্পূৰ্ণ কাল্পনিক হলেও কল্পনা ৰঞ্জিত অলৌকিক অবান্তৰ কথা বেচি কৰা ইয়াত বিচাৰি পোৱা নাযাব। সেই গুণেহে মই নিসন্দেহে ক'ব পাৰোঁ যে, বিভিন্ন দৃষ্টিভঙ্গীৰে মাৰ্জ্জিত ৰুচিত মোৰ নিৰ্ভীক আগলিকাই কৈ যোৱা বিভিন্ন চৰিত্ৰবোৰত সমাজৰ বহুতেই নিজৰ প্ৰতিবিম্ব প্ৰতিফলিত হোৱা দেখিবলৈ পাই ভাল পাব, হাঁহিব আৰু কান্দিব। কোনোবাই আকৌ খং ও কৰিব পাৰে।

—ৰাজেন

# আকাশী লতা

ৰত্নমঞ্জৰী নামটো বৰ ধুনীয়া। ইমান ভাল নামটো মাক নাইবা দেউতাকে দিয়া নাছিল, একেজন মাথোন মোমায়েকেহে দিছিল। মাকে দেউতাকে ঘৰত মৰমতে তাইক মাতিছিল—ৰাণী বুলি, কিন্তু স্কুলত নাম লগাবৰ সময়ত মোমায়েকে বাচি দিয়া ৰত্নমঞ্জৰী নামটোহে ৰাণীয়ে ভাল পালে, আৰু সেইমতেই স্কুলৰ বহীটো তাকে লেখোৱালে। সহপাঠীবিলাকেহে তাইক চমুকৈ "ৰত্না" বুলি মাতিছিল।

শুনিবলৈ নামটো যিমান শুৱলা দেখাত তাই সিমান ধুনীয়া নহয়। ৰত্না এনে এজনী ছোৱালী—যি জনীৰ সৌন্দৰ্য্য বৰ্ণনা দিবলৈ গৈ লিখকে চকু দুটাক পদ্ম পত্ৰৰ দৰে আয়ত, নাকটো তিল ফুলৰ দৰে সুন্দৰ, ভ্ৰূ যুগলক প্ৰতিপদ অথবা দ্বিতীয়াৰ চন্দ্ৰমাৰ দৰে বক্ৰ ইত্যাদি উপমা দিব নোৱাৰে বা দিয়াটো অনুচিত।

কলেজত পঢ়া ৰত্না জনীৰ বিষয়েহে ঘাইকৈ লিখিবলৈ লৈছো। সকলো কথা লিখিবলৈ সময় নহয়। কেইটামান বিশিষ্ট ঘটনাহে লিখিম।

এই ৰত্না এদিন আমাৰ খোৱা-শোৱা; পঢ়া-নপঢ়া, সকলো সময়ৰে আলোচ্য বিষয় হৈ পৰিছিল। কাৰণ আছিল সৌন্দৰ্য্যহীনা ৰত্নাৰ দেহটোত এনে এটা আকৰ্ষণীয় বস্তু আছিল, যিটোৰ লগত এজন নহয়, দুজন নহয়, পাঁচ জনবো

অধিক কলেজীয়া ডেকাই তাইৰ মুখৰ এৰাৰ মাতৰ, অকন-মান অনুগ্ৰহৰ ভিক্ষাৰী হৈ ঘুৰি ফুৰিছিল।

ৰত্নাৰ গাত সোমাই থকা আচৰিত শক্তিটো হৈছে দুচকুৰ সন্মোহনী বাণ। আগতে লিখা মতে যদিও বৰ্ণনা কৰিবলৈ বা উপমা দিবলৈ তাইৰ দেহত কোনো নিৰ্দ্দিষ্ট সৌন্দৰ্য্য নাই; তথাপি তাইৰ সেই চকু দুটাত এনে এটা দৃষ্টি শক্তি আছিল; যিটোৱে আমাৰ দুৰ্ভগীয়া ডেকা কেইজনৰ কথাকে নকও, কোনোবা ধ্যানমগ্ন যোগীৰ চিত্তটো প্ৰেমৰস প্ৰবাহিত কৰালেহেতেঁন। তাইৰ দৃষ্টিত, ইচাৰাত আছিল আদিম জীৱ ধৰ্ম্মটোক আৱহমান কালৰ বুকুত জীয়াই ৰাখিবৰ বাবে সান্নিধ্য বিচৰা এক আকুল আহ্বান।

প্ৰথমবাৰ ৰত্নাই সম্পূৰ্ণ কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে। তাইৰ ভুল হৈছিল। ডাঙৰ ভুল অসংশোধনীয়। তাই আছিল শান্তিনিকেতনত। ৰত্নাৰ জীৱনলৈ তেতিয়া আহিছিল যৌৱনৰ জোৱাৰ। সেই জোৱাৰৰ উন্মত্ততাত হিতাহিত চিন্তা কৰিব পৰা শক্তি তাইৰ নাছিল। সংযমৰ হেঙাৰ ভাঙি তাই এদিন ওলাই গ'ল। অব্যৰ্থ বাণ নিক্ষেপ কৰিলে। কিন্তু লগতে নিজেও আত্মবিদ্ধা হৈ পৰিল। কুমাৰী জীৱনৰ মধুৰ ব্ৰতটোৱেই কেৱল ভঙ্গ হোৱা নাছিল, সমাজবদ্ধ মানৱে প্ৰাচীনকালৰে পৰা পালন কৰি অহা সমাজবিধিক পদাহত কৰি অসময়তে তাই বিবাহিতা নাৰীৰ চৰম আকাঙ্ক্ষাক লাভ কৰিছিল, পাপ আৰু অন্যায়ৰ মাজেদি। সমাজক ফাঁকি দি তাই মাতৃস্থানলৈ প্ৰমোচন পাইছিল।

পবিত্ৰ শান্তিনিকেতনত অশান্তিৰ সৃষ্টি কৰি ৰত্না অতি সোনকালেই তাৰ পৰা বহিস্কৃতা হ'ল।

জীৱনৰ ক'লা বুৰঞ্জীৰ ডাঙৰ অধ্যায় এটা শেষ হ'ল।

শান্তিনিকেতনত স্থান হেৰুৱাই বঙ্গদেশৰ সীমা পাৰ হৈ ৰত্না আহি অসম পালেহি। তাইৰ দেউতাকে অসমত কাম কৰিছিল। তেওঁ এজন ডাঙৰ অফিচাৰ।

কলঙ্ক ভৰা অতীতটোক পাহৰিবৰ কাৰণে ৰত্নাই আপ্ৰাণ চেষ্টা কৰিছিল। তাই পৰাজয়হে স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। দৈহিক যি পৰিবৰ্ত্তন ঘটিছিল, সেই পৰিবৰ্ত্তনেই সঘনে তাইৰ মনত জঘন্য অতীতৰ প্ৰতিচ্ছবিখন দাঙি ধৰিছিলহি। বুকুখন আগতকৈ বেছি উঠন আৰু আকৰ্ষণীয় হৈ পৰিছিল। নিতম্ব দুটাও আগতকৈ ভালেখিনি পৰিপুষ্ট হৈ পৰিছিল। দেহৰ এই অঙ্গবোৰত চকু পৰিলে তাই আঘাট পাইছিল। কিন্তু ৰত্নাৰ মনটোক সুতীক্ষ্ণ চুৰিৰ দৰে তীব্ৰ আঘাট কৰিছিল— যেতিয়া তাইৰ চকু দুটা উদৰত মাতৃত্বৰ বিজয় গৌৰৱ ঘোষণা কৰি বৈ যোৱা চিৰঅমোচনীয় শুভ্ৰ ৰেখাবোৰত পৰিছিল।

ভুলৰ পথেদিয়েই তাই আগবাঢ়ি গ'ল।

কলেজৰ প্ৰথম বাৰ্ষিকত তাই নাম লগালে। আৰম্ভ হল আন এটি অধ্যায়, এইবাৰ তাইৰ লক্ষ্য হ'ল অমল চৌধুৰী। তাই আগবাঢ়িল অতি সাৱধানেৰে।

অমলৰ সৌভাগ্যৰ কাৰণেই হওক, কিম্বা ৰত্নাৰ দুৰ্ভাগ্যৰ কাৰণেই হওক, অকালতেই এই অধ্যায়টো শেষ হৈ গ'ল। ৰত্নাৰ ডাঙৰ অসুখ হৈছিল। তাই এবছৰ সম্পূৰ্ণ জিৰণি লৰ লগাত পৰি গ'ল।

এবছৰৰ পাছত ৰত্না কলেজলৈ আকৌ আহিল। জীৱনৰ বিভৎস তৃতীয় অধ্যায় ৰচনা কৰিবৰ বাবে তাই এই-

বাৰ মানসিকৰ লগতে শাৰীৰিক প্ৰস্তুতি কিছুমানো তৈয়াৰ কৰি আনিলে। আগেয়ে তাই কলাৰ থকা, বুকু, পিঠি বাউসি আৰু উদৰ ধাকি ৰখা ব্লাউজ আৰু শাৰী পিন্ধিছিল, অৰ্থাৎ তাইৰ পিন্ধন-উৰণ নিভাজ ভাৰতীয় আছিল। এইবাৰ তাই সকলো বদলাই পেলালে। যৌৱনোন্মত্ত প্ৰেমিকৰ দুৰন্ত দুহাতৰ অত্যাচাৰত শিথিল হৈ বক্ষৰ পৰা উদৰলৈ হালি পৰা প্ৰকট পয়োভৰ দুটাক ব্ৰেচিয়াৰেৰে বুকুৰ ওপৰত বান্ধি ৰাখিলে। পিন্ধা-নিপিন্ধাক একাৰ্থ কৰি গাওঁ নগৰৰ কন্ কন্ ভনিটিইঁতক নতুন সংস্কৃতিৰ পোহৰ দেখুৱাব খোজা উচ্চ শিক্ষিতা কোনোবা গাভৰুৰ দৰেই ৰত্নায়ো থ্ৰিকোৰ্টাৰ নাইলনৰ ব্লাউজৰ ওপৰত পিন্ধিলে নাইলনৰ শাৰী, প্ৰসাধনৰ আৱৰণেৰে লুকুৱাই ৰাখিলে দুগালত থকা প্ৰেমৰ বীজগণিতৰ সাঙ্কেতিক চিহ্নবোৰ।

সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান বিশ্ববিদ্যালয়ত ষ্টাৰ লৈ সুনাম অৰ্জ্জন কৰি প্ৰথম বাৰ্ষিকত ভৰ্ত্তি হোৱা অচিন্ত্য বৰুৱাক ৰত্নাই চিকাৰ হিচাপে বাচি ললে।

প্ৰথম দিনৰ প্ৰেকটিকেল ক্লাচতেই ৰত্নাই নিজ বিজয় অভিযান আৰম্ভ কৰি দিলে। মাত্ৰ দুখন টুলৰ ব্যৱধানত বহি থকা অচিন্ত্যক চকুৰে চাই থাকি তাইৰ হেঁপাহ নপলাল, নিজ স্থানৰ পৰা উঠি গৈ একান্ত মনে অনুবীক্ষণ যন্ত্ৰটোত মনোনিবেশ কৰি শ্লাইড চাই থকা অচিন্ত্যৰ বাউসিত অসাৱধানতাৰ ভাও জুৰি সাৱধানতাৰে বুকুৰ কোমলতম অংশৰ মৃদু ভেজাটো ৰাখি তাই কলে—"দেখি আপনাৰ শ্লাইডটা, আমাৰ শ্লাইডটা ভাল হয়নি", অচিন্ত্য অসমীয়া নে বঙালী, সেইটো জানিবলৈকে তাই বঙালীত কথা



কৈছিল।

নিজৰ অজ্ঞাতে সম্পূৰ্ণ অপৰিচিতা ছোৱালী এজনী ওচৰলৈ আহি গাত ভেজা দিয়াই নহয়, লগতে শ্লাইড চাবলৈ বিচৰাত অচিন্ত্য সম্পূৰ্ণ অপ্ৰতিভ হৈ গল।

একো নামাতি সি লাহেকৈ ঠিয় দিলে।

ৰত্না টেবুলখনত বহিল।

পাঁচ মিনিটমান বহি থাকি অণুবীক্ষণ যন্ত্ৰটোত কি চালে, ক'ব নোৱাৰো। তাৰ পাছত ওপৰলৈ মূৰ তুলি অচিন্ত্যৰ চকুলৈ চাই ক'লে—'আপনি আমাকে ৰাগ কৰছেন্ বুজি? একটু অন্যায় হচ্ছে। মাফ কৰবেন্'।

এইবাৰ সি উত্তৰ দিলে— "নাই, নাই, মোৰ খং উঠা নাই। ইচ্ছামতে আপুনি চাই লওক"।

ৰত্নাই যি বিচাৰিলে পালে। অচিন্ত্য অসমীয়া। তাকেই তাই বিচাৰিছিল।

তাইৰ শ্লাইড চোৱা শেষ হৈ গ'ল। তাই উঠি গ'ল।

এইয়া হ'ল প্ৰথম সূত্ৰপাত। ইয়াৰ পাছত তাইক প্ৰায় দুমাহৰ প্ৰয়োজন হৈছিল, অচিন্ত্যক কৰায়ত্ত কৰিবলৈ।

এই অভিযানত ৰত্নাই সমগ্ৰ মানুহজনীকে অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰিছিল। কেমেষ্ট্ৰি ক্লাছৰ পৰা ওলাই আহোঁতে চুচুক্ চামাক্কৈ অলপ পলম কৰি অচিন্ত্যৰ গাত তাইৰ গাটো ঘঁহাই ওলাই আহিছিল। টিউটৰিয়েল ক্লাছত, টিউটৰজন নহালৈকে অপলক দৃষ্টিৰে তালৈকে চাই আছিল। প্ৰেক্টিকেল বহীটোত ছবি আঁকিবলৈ তাৰ প্ৰেক্টিকেল বহীটো খুজি নি সি নিজে বাধ্য হৈ নোখোজালৈকে ঘূৰাই দিয়া নাছিল।

সেই দিনা বুধবাৰ। কলেজ কেন্টিনৰ সন্মুখত অচিন্ত্য

থিয় হৈ আছিল। তেতিয়া সন্ধ্যা লাগিছিল। চাহ খাবলৈ অহা লৰাৰে কেন্টিনখন পৰিপূৰ্ণ হৈ আছিল। ইমান ভিৰৰ মাজলৈ সোমাই যাবলৈ সি ইচ্ছা কৰা নাছিল। কিছু সময় অপেক্ষা কৰাৰ পাছতেই ৰত্না আৰু দীপা দুয়োজনী আহি তাৰ আগত উপস্থিত হলহি। দীপাৰ লগত অচিন্ত্যৰ বিশেষ চিনাকী নাছিল। কলেজত নাম লগোৱাৰ আগতে দেউতাকৰ কথা-মতে এদিন তাহাঁতৰ ঘৰলৈ সি গৈছিল। দীপাই চাহ একাপ আনি খাওক বুলি তাক অনুৰোধ কৰিছিল। পৰিচয় ইমানৰে।

দীপায়ে প্ৰথমতে অভিযোগ তুলিলে সি কিয় তাহাঁতৰ ঘৰলৈ যোৱা নাই। তাৰ পাছত অন্য আলোচনালৈ আহিল। কথাৰ মাজতে হঠাৎ কিবা এটা ডাঙৰ বস্তু হোষ্টেলত পাহৰি অহাৰ কথা কৈ আনিবলৈ তাই গুছি গ'ল। যাওঁতে ৰত্নাক তাই খন্তেকলৈ অচিন্ত্যৰ লগতে থাকিবলৈ কৈ গ'ল।

কেই মিনিটমান দুয়ো নীৰৱ হৈ আছিল। কেন্টিনৰ আগত ৰত্নাৰ দৰে ছোৱালী এজনীৰ লগত তেনেকৈ সন্ধ্যা সময়ত দীপাৰ প্ৰত্যাগমনৰ অপেক্ষাত থাকি অচিন্ত্যই বৰ অস্বস্তি বোধ কৰিছিল।

নীৰৱতা ভঙ্গ কৰি উপযাচিয়েই ৰত্নাই তাক অলপ ফুৰি আহিবলৈ লগ ধৰিছিল। সি মান্তি নহৈছিল। তেতিয়া তাই সময়ৰ উপযুক্ত শৰ নিক্ষেপ কৰিছিল—তাৰ ব্যাক্তত্বৰ ওপৰত। তাই ইতিকিং কৰিছিল, অচিন্ত্যৰ দৰে পুৰুষক যি ছোৱালীৰ লগত কথা হওঁতে নকুলৰ আগৰ পৰা অহিৰ অৱস্থা লয়, কপেঁ, হতবাক হৈ যায়। তাৰ বাক্যবাণে তাৰ ব্যক্তিত্বক বিন্ধিছিল। সি তাইৰ লগত ফুৰিবলৈ গুছি গৈছিল।

লগৰ সহপাঠী অথবা পৰিচিত কোনোবা লোকক দেখা



পোৱাৰ ভয়ত চকুহুটা মাত্ৰ কেইগজমান দূৰত মাটিৰ ওপৰত নিৰ্বদ্ধ ৰাখি সি ৰত্নাৰ লগত সান্ধ্য ভ্ৰমণ কৰি আহিছিল।

ৰত্নাই অনৰ্গল কথা কৈ গৈছিল। নিৰ্দ্ধাৰিত কোনো বিষয় নাছিল। সঘনে তাই কথা সলাইছিল। জ্ঞানী লোকৰ দৰে তাই কবলৈ চেষ্টা কৰিছিল। কিন্তু সাহিত্যৰ বহুমূলীয়া সাচঁত গঢ়িবলৈ চেষ্টা কৰা তাইৰ বহুত বাক্য অৰ্থশূন্য হৈ পৰিছিল।

অচিন্ত্যই মাত্ৰ নিজৰ কথা ভাবিছিল।

পিছ দিনা। আবেলি আঢ় বজাৰ ক্লাছটো প্ৰফেচাৰৰ অনুপস্থিতিৰ কাৰণে হোৱা নাছিল।

অমৰে জোৰ কৰি অচিন্ত্যক চাহ খুৱাবৰ কাৰণে কেন্টিনলৈ লৈ গল। দুয়োটায়ে এখন টেবুলৰ একে ফালে থকা চকি দুখনত বহিল।

ৰত্নাক লৈ দীপায়ো আহিল। তাহাঁত দুয়োজনীয়ে সিহঁত বহি থকা টেবুল-খনৰ বিপৰীত ফালে থকা চকি দুখনত বহিল। দীপাই অমৰৰ মুখা-মুখিকৈ আৰু ৰত্নাই অচিন্ত্যৰ।

দীপা অমৰৰ কলেজীয়া প্ৰণয়ী।

অমৰ, দীপা আৰু ৰত্নাৰ হাস্য প্ৰধান আলোচনাই অচিন্ত্যক বিৰক্ত কৰি তুলিছিল। ভদ্ৰতাৰ খাতিৰত পৰিহে সি বোবা মানুহ এটাৰ দৰে বহি আছিল।

ৰত্নাৰ চকু দুটাই অচিন্ত্যক অধ্যয়ণ কৰিছিল।

ভৰি দুটাৰেও তাই অচিন্ত্যক জুখিব খুজিছিল। টেবুল খনৰ তলেদি তাই প্ৰথমে সোঁ ভৰিটো আগ বঢ়াই দি ঠিক তাৰ ভৰি দুটা ৰখা দূৰত্ব থিনিত নি ৰাখিলে। ভৰিটো তাই ইফালে সিফালে ঘূৰাই দিলে। এবাৰ তাই ভৰিটোৰে তাৰ

ভৰিটো স্পৰ্শ কৰা অনুভৱ কৰিলে। তাই তাৰ মুখলৈ চালে। সন্ন্যাসীৰ একোৰেই হোৱা নাই। তাইৰ খং উঠি গল। জোৰেৰে হেঁচাদি ধৰিলে, ভৰিৰ আগটোৰে। তথাপি ফল নধৰিলে। খঙত তাই বাওঁ ভৰিটো আগবঢ়াই নিলে। দুয়োটা ভৰিৰ আগেৰে এইবাৰ বেছি জোৰেৰে হেঁচি ধৰিলে। কিন্তু অচিন্ত্য অবিচলিত হৈয়ে ৰল। একান্তমনে চাহ খোৱাত ব্যস্ত। সোঁ ভৰিটো ওপৰলৈ দাঙি তাক আমনি দিবৰ চেষ্টা এটা চলালে। তাই নোৱাৰিলে। টেবুলখনৰ খুৰা বিলাকক সংযোগ কৰি ৰখা কাঠ চটাই বাধা দিলে। খঙত তাই ধৈৰ্য্যচ্যুতা হোৱাৰ দৰে হৈছিল। অচিন্ত্য কিমান যে এটা ডাঙৰ নিৰ্ব্বোধ তাকে তাই ভাবিছিল। শেহান্তৰত হাতৰ ন'ট বুকটো মজিয়াত তাই ইচ্ছাপূৰ্ব্বক পেলাই দিলে। সেইটো বুতলিব'লৈ হাওলোতেহে তাই দেখা পালে যে ইমান সময় ভুল কৰিয়েই তাই অলপ বেকা কৰি অচিন্ত্যই বহিথকা চকিখনৰ আগবাঢ়ি থকা খুৰাটোকেহে তাৰ ভৰি বুলি হেঁচুকি আছিল।

তাই লাজ পোৱা নাছিল।

অচিন্ত্যই প্ৰথমতে ভাবিছিল কলেজীয়া জীৱনটো এনেকুৱাই। সি ভাল ল'ৰা,—বিশ্ববিদ্যালয়ৰ আকাশত জাজ্বল্যমান এটি উজ্জ্বল তাৰকা। আগতে কেতিয়াও ছোৱালীৰ সান্নিধ্যলৈ সি আহি পৰা নাছিল। তথাপি ছোৱালীবোৰৰ মন বিলাক যে বেচ্ কৌতূহলপ্ৰিয়, সেইটো সি জানিছিল। সি ভাল ল'ৰা কাৰণেই তাহাঁতৰ ইমান আগ্ৰহ হৈছে,—তাৰ লগত চিনাকী হবলৈ। সিনো কেনেকৈ ইমান সু-নাম অৰ্জ্জন কৰিছে, তাক জানিবলৈকে প্ৰেক্‌টিকেলৰ বহী, ন'ট বুক ইত্যাদি লৈ গৈছে।

কথাবোৰে লাহে লাহে ৰূপ সলায়।



অমৰ, যতীন আৰু ৰমেশে অচিন্ত্যক বুজাই দিলে যে এইটোয়ে ৰোমাঞ্চ। গ্লাইড্ চোৱা দিনটোৰেই পূৰ্ব্বৰাগৰ দিন। এতিয়া সি নিষ্ক্ৰিয় হৈ থাকিলে, তাৰে নহয়, বাকী সকলোবোৰ লৰাৰে পুৰুষত্বৰ ওপৰত ক্লীৱত্বৰ চেকা পৰিব। সিহঁতক আটাইবোৰ ছোৱালীয়ে হাঁহিব। এজনী ছোৱালী তাৰ প্ৰতি ইমান অনুৰক্ত হৈ পৰিছে যেতিয়া—সিনো উদাসীন হৈ বহি থাকিব লাগিছে কিয়? শিক্ষাৰ পৰিপূৰ্ণতাৰ কাৰণে লগতে প্ৰেমৰ প্ৰয়োজনো অপৰিহাৰ্য্য। সিহঁতে তাক উচতাই দিলে, ৰত্নাৰ খোজত খোজ মিলাই আগ বাঢ়ি যাবলৈ। প্ৰতিশ্ৰুতি দিলে, সদায় সিহঁতে তাক পাৰ্য্যমানে সহায় কৰিব। বন্ধুৰ উপভোগ্যখিনিৰ নীৰৱ দ্ৰষ্টাহৈয়েই সিহঁত অনিৰ্ব্বচনীয় আনন্দ লাভ কৰিব।

অচিন্ত্যই ভুল বুজিলে।

সি নিজক ৰক্ষা কৰিব নোৱাৰিলে।

ৰত্নাৰ অভিনয় আৰু শতমুখী প্ৰশংসাৰ লগতে বন্ধুৰ উচতনীয়ে তাৰ দেহৰ ভিতৰত শুই থকা সৃজনকামী মানুহটোক জগাই তুলিলে।

ধ্বংসৰ পথত সি ভৰি দিলে।

বিশ্ববিদ্যালয়ৰ টকা কেইটাৰ কথাকে নকওঁ ঘৰৰ পৰা মাহে মাহে পঠিয়াই থকা এশ টকাইয়ো তাক নোজোৰা হ'ল। চাহ, সিনেমা, ৰিক্সা, বাচ, বজাৰ এই পাচোঁটাতে টকাৰ অপব্যৱহাৰ অবিৰাম গতিত চলিবলৈ ধৰিলে। চাহ খাওঁতে সি আৰু ৰত্নাই জানো কেৱল খাইছিল? —নহয়। সিহঁতৰ লগতে খাইছিল দীপা, অঞ্জলী, প্ৰতিভা আৰু অনিমাই। চিনেমা চাওঁতেও সিহঁতৰ সঙ্গী আছিল যতীন, অৱনী, অমৰ,

দীপা, অঞ্জলী আৰু প্ৰতিভাহঁতৰ ভিতৰৰ কমেও কোনো দুজন। প্ৰত্যেকতে পইচা ভৰিছিল অচিন্ত্যই। অৰ্দ্ধাহাৰে বা অনাহাৰে থকা কোনো এক ক্ষুধাৰ্ত্ত মাতৃৰ স্তনত থকা শেষ বিন্দু দুগ্ধকো ওলাই নহা পৰ্যন্ত চুহিথকা, কোলাৰ স্তন্য-পায়ী শিশুটিৰ দৰেই, এই গোটেই দলটোৱে অচিন্ত্যক শুহি খাইছিল।

সেই সময়ত সম-সাময়িক আৰু এটা কথা হৈছিল। ৰত্নাৰ দেউতাক বদলি হৈ তাই পঢ়ি থকা নগৰখনলৈকে সপৰিয়ালে আহিল। অচিন্ত্য অচিৰে সেই ঘৰখনত আপোন হৈ পৰিল। ৰত্নাৰ মাকক 'মা' বুলি সম্বোধন ধৰিছিল। ঘৰৰ বাকী মানুহবোৰকো যাক যেনেকৈ সম্বোধন ধৰিলে ভাল হয়, সি সেই দৰেই ধৰিছিল। ৰত্নাৰ মাকৰ স্বাৰ্থজড়িত স্নেহত আপ্লুত হৈ নিজৰো যে এজনী জন্মদাতৃ মাতৃ আছে, যি তাক নিজে নাখাইও খুৱাব পাৰে, প্ৰয়োজন হলে নিজৰ জীৱন বলি দিও তাৰ দীৰ্ঘায়ু কামনা কৰিব পাৰে, সেই কথা সি সমূলি পাহৰি গৈছিল।

কলেজৰ নৱাগত ছাত্ৰ-ছাত্ৰী সকলক অভ্যৰ্থনা জনাবলৈ পতা চাহ মেলত নৱাগতা সকলৰ হৈ ৰত্নাই আৰু নৱাগত ছাত্ৰ সমূহৰ হৈ অচিন্ত্যই, সকলোকে সৎচৰিত্ৰবান্ আৰু আদৰ্শ-বাদী হবলৈ দীঘলীয়া বক্তৃতা দিছিল। কিন্তু সেই একে অচিন্ত্য-য়েই লগৰ বন্ধুয়ে হোষ্টেলত অথবা কেন্টিনত তাৰ লগৰীয়া অথবা অন্য কাৰোবাৰ প্ৰেমৰ বিষয়ে আলোচনা কৰা দেখিলে, ভয়তে সেই স্থান এৰি আঁতৰি গৈছিল। তাৰ বিবৰ্ণ মুখত ভীৰু মনোবৃত্তিটো স্পষ্টকৈ ফুটি উঠিছিল। ৰত্না আৰু অচিন্ত্যই এনে কিছুমান কাম কৰিছিল, যি বোৰৰ পৰা ঠাৰৰ কৰিব



পৰা গৈছিল যে, সিহঁতে কৰা সেই কামবোৰৰ দ্ৰষ্টা সকলক হয় মূৰ্খ, নহয় অন্ধ বুলি বিবেচনা কৰিছিল। সমাজ চেতন, সুশিক্ষিত কোনোলোকেই জন চকুৰ আগত নিঃসঙ্কোচেৰে তেনে কাম কৰিবলৈ কেতিয়াও সক্ষম হব নোৱাৰে।

দুটা বছৰ পাৰ হবৰ হল।

বহুত ঘটনা ঘটি গল। লগতে বিশ্ববিদ্যালয়ৰ পৰীক্ষাটোও পাৰ হৈ গল।

এদিন পৰীক্ষাৰ খবৰ ওলাল। অচিন্ত্যৰ যি যশস্যা এদিন শুক তৰাৰ দৰে জিলিকি উঠিছিল, এইবাৰ অমা-নিশাৰ ঘন ঘটাচ্ছন্ন আকাশ খনৰ দৰে আন্ধাৰ হৈ পৰিল। বিশ্ববিদ্যালয়ৰ হাৰ্ডোল ডাল সি জপিয়াই পাৰ হৈ যাব নোৱাৰিলে। সি কম্পাৰ্টমেণ্টেল পালে—কেমিষ্ট্ৰিত।

ৰত্নাই বিশ্ববিদ্যালয়ত পঞ্চম স্থান অধিকাৰ কৰিলে, সেই একে পৰীক্ষাতে।

পৰীক্ষাৰ শোচনীয় ব্যৰ্থতায়ো অচিন্ত্যক সুমতি দিব নোৱাৰিলে। তাৰ প্ৰেম অব্যাহত হৈয়েই ৰল।

সি দেউতাকলৈ চিঠি লিখিছিল। তেখেতক সি বুজাই দিছিল যে, তাৰ ব্যৰ্থতাৰ বাবে সি কোনোমতে দোষী হব নোৱাৰে। হলে তেখেত হে হব। সি আৰ্ট-চৰ মানুহ। তাক জোৰ কৰি, সি ভাল নোপোৱা 'চায়েন্স' লবলৈ দিয়াতহে এনে হ'ল।

হোজা দেউতাকে সহজ ভাৱেই তাৰ যুক্তিটো মানি সান্তনা লভিলে।

মানুহ যেতিয়া বেয়া কামত বৰ্ত্তী হয়, হিতাহিত জ্ঞান লোপ পায়। নিজে ভালকেহে কৰিছে বুলি ভাবি লয়

আৰু এই দৰেই বহুত তললৈ কব নোৱাৰাকৈ তেওঁ নামি যায়। যদি কোনোবাই তেওঁক অনুকম্পা পৰবশ হৈ সেই ভুল দেখুৱাই দিয়ে, তেন্তে সেই সংশোধনৰ পথ প্ৰদৰ্শক-জন তেওঁৰ অপ্ৰিয় হৈহে পৰে।

অচিন্ত্যৰ কমমেট তিনিও জনে প্ৰথমতে দঢ়াই দঢ়াই তাক কৈছিল, বত্নাৰ সঙ্গ পৰিত্যাগ কৰিবলৈ; কিন্তু যেতিয়া তেওঁলোকে দেখিলে যে তেওঁলোকৰ বুজনিয়ে কোনো কাম নিদিয়ে, বৰঞ্চ তেওঁলোক অচিন্ত্যৰ অপ্ৰিয়ভাজন হৈ পৰিছে, তেওঁলোকে তাক একো নোকোৱা হল। পৰীক্ষাৰ খবৰ ওলোৱাৰ পাছতো, সেই কাৰণে তেওঁলোকে তাক সমবেদনা নেদেখুৱালে যদিও তেওঁলোকে তাৰ দৰে লৰা এটাৰ কল্পনাতীত অধঃপতন দেখি যথেষ্ট দুখ পাইছিল।

বত্নাৰ, অচিন্ত্যৰ প্ৰেম যুগমীয়া নহল। যিটো পাপক বত্নাই লুকুৱাই ৰাখিবলৈ যৎপৰোনাস্তি চেষ্টা কৰি আহিছিল, এদিন হঠাৎ দুৰ্ভাগ্যক্ৰমে অচিন্ত্যৰ হাতত সেই পাপে ধৰা দিলে। ৰত্নাৰ বান্ধবী এজনীয়ে শান্তিনিকেতনৰ পৰা তাইলৈ চিঠি দিলে। বত্না সেই দিনা ঘৰত নাছিল। মাকৰ লগত ফুৰিবলৈ ওলাই গৈছিল। পিয়নে অচিন্ত্যৰ হাততে চিঠি খন দি গুচি গ'ল। কিবা এটা অজানিত কৌতুহলৰ বশবৰ্ত্তী হৈ সি চিঠিখন খুলি পঢ়িলে। বান্ধৱী জনীয়ে তাইলৈ লিখিছিল—গত শনিবাৰের দিন আমি অনাথ আশ্ৰমে গিয়ে তোমাৰ ছেলেটিকে দেখে এসেছি। ওৰ ভালই। দুই একটা কথা শিখেছে।

ইয়াৰ পাছত চমু কৰি কবলৈ গলে দুয়োৰে ভিতৰত কাজিয়া আৰু বিচ্ছেদ।



অচিন্ত্যই নিজৰ ভুল বহুত দেৰী কৈ বুজিলে। তাৰ অনুশোচনাৰ তেতিয়া কোনো মূল্যই নাছিল। স্বেচ্ছাই কৰি অহা কু-কাৰ্য্যৰ প্ৰতিক্ৰিয়াৰ পৰা অনুশোচনা কৰিয়েই জানো অব্যাহতি পাব পাৰি? জীয়াই থকা কাল ছোৱাত ই সদায়েই মনক পীড়ি থাকিব।

সি বত্নালৈ এখন সুদীৰ্ঘ চিঠি লিখিছিল। সেই খনেই তাৰ শেষ চিঠি আছিল। চিঠি খনে মাজে মাজে শ্লীলতাৰ সীমা অতিক্ৰম কৰি গৈছিল। একেষাৰতে কবলৈ গলে, মুখেৰে প্ৰকাশ্যে বত্নাক গালি নাপাৰি, সি চিঠিৰে পাৰিছিল।

চিঠি খনত অৱশ্যে বহুত উপদেশও আছিল।

প্ৰকৃতি আৰু নাৰীৰ মাজত চিৰন্তন জীয়াই থকা অবিচ্ছেদ্য নিবিড়তম সম্বন্ধটোক যে তাই অস্বীকাৰ কৰিবলৈ দুঃসাহ কৰিছিল—সি সেইটো তাইক বুজাই দিছিল। দুয়োকে কবিয়ে একে ৰূপত দেখা পায়। তেওঁৰ সাৰ্থক তুলিকাত এই নিগূঢ় সত্যটিৰ মাধুৰ্য্যময় অভিব্যক্তি ফুটি উঠে। প্ৰকৃতিৰ নগ্ন ৰূপটোক কোনো কবিয়ে ভাল নাপায়। নাৰীৰো। অথচ এইবোৰ বুজিও তাই চিৰসত্যক শাশ্বতক অপ্ৰমাণিত কৰিবলৈ অপচেষ্টা চলাইছিল।

উচ্চ আদৰ্শৰ গৰিমাৰে নিজৰ জীৱনক স্থান দি যাব পৰা মহীয়সী নাৰীসকলক বাদ দিলে বাকী সকল নাৰীৰ আত্ম-পৰিচয় দিবলৈ নিজস্ব যে একোৱেই নাই, সেইটো সি তাইলৈ লিখিছিল। এই প্ৰসঙ্গত সি কোনোবাই কৈ যোৱা কথা কেইটামান উদ্ধৃত কৰি দিছিল "আনৰ আগত আত্ম-পৰিচয় দিবলৈ সাধাৰণ নাৰীৰ নিজা একো নাই। বিবাহৰ আগলৈকে তেওঁলোকে পৰিচয় দিব লগাত পৰে কাৰোবাৰ কন্যা বুলি। বিবাহৰ পাছত

কাৰোবাৰ সহধৰ্ম্মিণী হচাবে আৰু জীৱনৰ বিয়লি বেলাত কাৰো-বাৰ মাতৃ বুলি"। পুৰুষৰ ব্যক্তিত্বৰ বিজয়ী স্তম্ভৰ ওপৰতেই যে, সাধাৰণ নাৰীৰ গৌৰৱৰ পতাকাখন উৰে সি তাকো উদাহৰণ দি বুজাই দিছিল। সীতাৰ নাম লওঁতে মাত্ৰহে ৰামৰ নাম লয়। সেইদৰেই ৰাধাৰ নাম অকলে নলৈ ৰাধা-কৃষ্ণ বুলিহে লয়।

সি ৰীতি-নীতিৰ বিষয়েও লিখিছিল।

এখন দেশৰ ওপৰত অন্য এখন দেশৰ ৰীতি-নীতিৰ, সংস্কৃতিৰ যেনেকৈ চাপ পৰে, তেনেকৈ এখন মহা দেশৰ ওপৰত আন এখন মহা দেশৰো পৰে। বুৰঞ্জীবোৰ নষ্ট কৰি পেলালেও বৰ্ত্তমানৰ জীয়া বাস্তৱে এইবোৰ প্ৰমাণ কৰি যায়।

নিজক সংস্কাৰবাদী, শিক্ষিতা বুলি পৰিচয় দি নিজৰ ভালখিনি ত্যাগ কৰি আনৰ বেয়াবোৰ গ্ৰহণ কৰিব পৰা-টোৱেই নেকি জীৱন বোধৰ কিম্বা শিক্ষাৰ সাৰ্থকতা?

পুৰুষৰ সমান বক্ষত যৌন আবেদনৰ কোনো প্ৰতীক নাথাকিলেও শুদা বক্ষেৰে কোনেও ৰাস্তাত ভ্ৰমণ কৰি ফুৰা নাই, নাইলনৰ লংপেণ্ট পিন্ধা পুৰুষ বোধকৰো কতো নাই।

'থ্ৰি কোৱাৰ্টাৰ" মানে চাৰি ভাগৰ তিনি ভাগ, অৰ্থাৎ এভাগ বিসৰ্জ্জন দিছা। এদিন হয়তো আৰু দুভাগ বিস-ৰ্জ্জন দি ওৱান্ কোৱাৰ্টাৰ কৰিবা। তাৰ পাছত? আৰু আগবাঢ়ি যাবা নেকি?

সি তাইক অনুৰোধ জনাইছিল—শিক্ষিতা হৈ অভি-ভাৱকক আৰু সমাজক অৱমাননা নকৰিবলৈ। সি লিখিছিল



যে, দুৰ্গাদেৱী মহিষমৰ্দ্দিনী হলেও প্ৰতিমা খনত সৌন্দৰ্য্য আছে—নগ্নতা নাই? সেয়েহে হেজাৰ হেজাৰ ভক্তই অন্তৰ ভৰা নিষ্ঠাৰে সৈতে দেৱীৰ চৰণত ভক্তিৰ অঞ্জলি সঁপি দিয়ে। কালীদেৱীৰ পৃথিৱী সংহাৰ নগ্ন মূৰ্ত্তিটো দেখিলে ভয় লাগি যায়। অজস্ৰ শলিতা জ্বলাই বাতিটো পোহৰ মুখৰ কৰি পেলালেও মনৰ পৰা বিভীষিকাবোৰ আঁতৰি নেযায়।

তাই যাতে সংস্কৃত হবলৈ এতিয়াও চেষ্টা কৰে তাকে লিখি সি সামৰণি মাৰিছিল। কন্ কন্ ভণীটিহঁতৰ আগতো যাতে কু-আদৰ্শ আৰু ডাঙি নধৰে। তাকেই সি বাঞ্ছা কৰিছিল—।

অসম এৰি খড়্গপুৰত থকা প্ৰায় তিন বছৰ হৈ গৈছে। অসমৰ বহুতো খবৰেই মানে বন্ধুবোৰৰ এতিয়া নেপাওঁ। এই তিনি বছৰৰ ভিতৰত ৰত্নাৰ কি হৈছিল কি নাই হোৱা খবৰ লবলৈ ইচ্ছা কৰা নাছিলোঁ। অচিন্ত্যৰ লগত বিচ্ছেদ ঘটাৰ ঠিক পাছতেই কোনোবা এজন ডেকা উকীলে তাইক বিয়া কৰাব বুলি কোৱা শুনিছিলোঁ। কিন্তু সেই বিয়া হৈ নুঠিল। ৰত্নাৰ আৰু এজন গোপন প্ৰেমিক থকাৰ সংবাদ পাই তেওঁ তাইক বিবাহ কৰিবলৈ নামঞ্জুৰ হল। তাৰ পাছতো তাই চাগৈ অচিন্ত্যক কোৱাৰ দৰে কোনোবা ডেকাক "তুমিয়েই মোৰ জীৱনৰ প্ৰথম পুৰুষ আৰু তুমিয়েই মোৰ প্ৰাণৰ আৰাধ্য দেৱতা" বুলি নিশ্চয় কৈছে।

মোৰ পুৰণা ৰূম্‌মেট্ বিজয়ৰ পৰা কালি এখন চিঠি

পাইছিলোঁ। সি লিখিছিল যে, ৰত্নাৰ অলপতে বিয়া হব। তাইৰ ভাবি স্বামীজন এজন ডাঙৰ অফিচাৰ। অফিচৰ সময় খিনি বাদ দি বাকী খিনি সময় তেওঁ সদায় ৰত্নাৰ লগতে কটায়। অচিন্ত্যৰ দৰে তাইক লৈ নিজা টেক্সিত ফুৰে। চিনেমা চায়। সান্ধ্য ভ্ৰমণ কৰে।

চিঠি খন পঢ়ি মই আচৰিত হোৱা নাই।

ধন্য ৰত্না। ভালেতোহে তোমাক দূৰদৰ্শী মোমাইজনে ৰত্ন-মঞ্জৰী নামটো দিছিল। তোমাৰ দেহত নিশ্চয় এনে কিছুমান ৰত্ন লুকাই আছে, যি বোৰ আমি নেদেখোঁ, অচিন্ত্য অথবা তোমাক বিয়া কৰাবলৈ উদ্যত হোৱা সেই অফিচাৰ জনৰ প্ৰেমান্ধ চকুতহে সেইবোৰ ধৰা পৰে।



# পিচল বাট

ভৰ দুপৰীয়াতে ঘুনুচাই সেই চোকা ৰ'দ আওকান কৰি অজয়হঁতৰ ঘৰত ওলালহি। বৰ আয়মেৰে অজয়ে তেতিয়া চ'ৰাঘৰত বহি বে'চ আৰামত চিগাৰেট এটি হুঁপি আছিল। আগৰ দৰে সি এতিয়া চিগাৰেট লুকাই খাবৰ প্ৰয়োজন নাই। কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়ি কোনোবা সহপাঠী অথবা টিউচন কৰা ছোৱালীৰ প্ৰেমত প্ৰথম পৰা কোনোবা ডেকাৰ দৰেই সি কলেজৰ প্ৰথম বাৰ্ষিকতে চিগাৰেট খাবলৈ শিকি পেলালে। প্ৰথমতে বিলাসৰ বস্তু বুলি দুই এটা টান মাৰিছিল। পাছত যেতিয়া সি তাৰ অতীতৰ কথা সুঁৰৰি চিগাৰেট হোঁপাটো বেয়া বুলি এৰি দিবৰ চেষ্টা কৰিছিল, তাৰ সকলো চেষ্টা বিফল হৈ গৈছিল। সি চেষ্টাৰ অতীত হৈ গৈছিল। চিগাৰেটৰ ধোঁৱাবোৰে তাক পূৰ্ণ ৰাগীত ডুবাই ৰাখিব পাৰিছিল।

বন্ধত ঘৰলৈ আহিলে দুপৰীয়া ভাত কেইটা খাই উঠিয়েই ওচৰৰ দোকানলৈ ওলাই গৈছিল। দোকানীটোক ধাৰৰ পইচা কেইটা বন্ধ শেষ হোৱাৰ দুই এদিন আগতে ঘৰৰ পৰা কলেজলৈ যোৱাৰ দিনা দিবৰ প্ৰতিশ্ৰুতি দি চিগাৰেট খাই আহিছিল।

এতিয়া বুদ্ধিজীৱি অজয়ে ঘৰত সম্পূৰ্ণকৈ নহলেও আৱশ্যকীয় স্বাধীনতা খিনি পাইছে, চিগাৰেট এটা ভাত খাই

মুহুদি কৰিবৰ কাৰণে। অৰ্থাৎ সি চিগাৰেট খোৱাটো ঘৰৰ সকলোৱেই জানে। কোনেও বাধা নিদিয়ে। ধোঁৱাবোৰৰ গোন্ধটো কাহানও চিগাৰেট নোখোৱা বাপেকে সহজেই পায়; তেওঁ তেতিয়া কৰা জৰুৰী কাম থাকিলেও সেই ফালেদি নাহে। মাকেও আপত্তি নকৰে। ভায়েক-ভনীয়েকহঁতেও আজি কালি দেউতাকক সি চিগাৰেট খোৱাৰ কথা লগাই দিম বুলি ভয় দেখুৱাই, তাৰ পৰা পইচা আদায় কৰাৰ কথা নাভাবে।

ঘুনুচাই কিন্তু অজয়ক চিনি নাপালে। তাইনো পাব কেনেকৈ? বিৰাট এটা পৰিবৰ্ত্তনৰ মাজত সি এতিয়া সোমাই পৰিছে। সি আগতকৈ ওখ হল, শকত হল, বহুতো খিনি পোহৰো হল। আগৰ কামিজ আৰু হাফপেণ্টক নিৰ্ব্বাচন দি হাৰাই চাৰ্ট লংপেণ্ট আৰু পায়জামাক আদৰিলে। চকুৰ সন্মুখলৈ সোনোৱালী ফ্ৰেমৰ দুখন ধুনীয়া গ্লাচ আহিল; যি দুখনে সৃষ্টি কৰা মাধ্যমৰ মাজেদিহে সি পৃথিবীৰ জড় আৰু চেতন সকলো বস্তু দেখিবলৈ সমৰ্থ হৈছে। তাৰ আগৰ এডাৰ ক'লা চুলিকোচাই এতিয়াৰ তেলৰ সংস্পৰ্শ হেৰুৱাই ধূসৰ বৰণীয়া হৈছে। সময়ে প্ৰতিশোধ লৈ তাৰ তালুখন চুৰুকি নিছে আৰু সেই কাৰণেই সি তেল ঘঁহিবলৈ এৰি দিছে। চুলিকোচা কেঁকোৰা হোৱাৰ কাৰণেই তেল নঘঁহিলেও একো অসুবিধা নহয়। ফনিওৱা সাঁচতেই ৰৈ থাকে।

পুতেকৰ গৌৰৱতে মাকৰো গৌৰৱ বাঢ়িছে। আগতে একেবাৰে অপদাৰ্থ যেন দেখা, এই সাধাৰণ মানুহ গৰাকীক বহুত ডাঙৰ মানুহে সেইখন ঘৰতে আশাতীত সন্মান আৰু



খাতিৰ কৰিছেহি। তেওঁৰ পুতেকলৈ ছোৱালী যাঁচোতা কন্যাদায়গ্ৰস্ত মানুহবোৰৰ ভিতৰত বহুতো আগতে কেতিয়াও নাম নুশুনা, চকুৰে দেখি নোপোৱা মানুহ। অথচ তেওঁলোকে আহি তেওঁক উচ্চ আসন দি ইমান ঘৰুৱালি ভাৰত কথা পাতি যায়হি, তেওঁৰনো দাম নেবাঢ়িব কিয়? কোনোবা এজন এম, এল, এ, ই আহি ডাঙৰ জীয়েকক দিব খুজিছে। কোনোবা এজন চাহ ব্যৱসায়ীয়ে কলেজত পঢ়ি থকা, দ্বিতীয়জনী ছোৱালী দিব খুজিছে। যদি সেইজনী ছোৱালী বিয়া কৰাই, পুতেকক বগি পৰী থকা সাগৰৰ সিপাৰৰ দেশলৈ পঠোৱাৰ কথা কৈছে। সচাঁকৈয়ে অজয়ৰ মাক আত্ম গৌৰৱত উফন্দি পৰিবৰ কথাই হৈ পৰিছে।

পুতেকৰ বিষয়ে মাকে যিমানবোৰ কথা ক'লে—ঘুনুচাই সকলো কথা ভালদৰে বুজিব পৰা নাছিল। তাই বুজিছিল, অজয় এতিয়া ডাঙৰ মানুহ। সাগৰৰ সিপাৰৰ পৰা আহিব পাৰিলে, আৰু ডাঙৰ মানুহ হ'ব। এতিয়া পোৱা চাৰিশ টকা দৰ্মহাৰ ঠাইত তেতিয়া মাহে হয়তো চাৰি হেজাৰকৈ পাব।

বিচাৰি অহা বস্তু কেইটা লৈ ওলাই আহোঁতে ঘুনুচাই এবাৰ কিতাপ এখনৰ মাজত একান্ত মনে নিজক আবদ্ধ কৰি ৰখা অজয়ক চালে। মাতিবলৈ সাহ নকৰিলে।

পুনৰ চ'ৰা ঘৰৰ মুখ পাৰ হওঁ-হওঁ হবৰ সময়ত শেষ বাৰৰ কাৰণে আকৌ তালৈ চালে। এইবাৰ দুয়োৰো চকুৰে চকুৰে পৰিল।

একো নামাতি ঘুনুচা ওলাই গ'ল।

অজয় অলপো আচৰিত হোৱা নাছিল। সি ঘৰলৈ

আহিলে তেনেকুৱা হয়েই। সকুতে স্কুলত পঢ়া তাৰ চিনাকি ল'ৰাছোৱালীবোৰৰ চিন সি পাহৰিলে। গাৱঁৰ মানুহবোৰকো ভালকৈ চিনি নেপায়। গাৱঁৰ এল, পি, স্কুলটো এৰি দূৰত থাকিয়েই সি ইমানবোৰ বছৰ পাৰ কৰি দিছে। গতিকে কেতিয়াবা বন্ধত ঘৰলৈ আহিলে মানুহবোৰে তাক জুমি চোৱা, দুষাৰ ভাল বেয়াৰ কথা পাতি যোৱা, উপযাচিয়েই এজোলোকা আশীৰ্ব্বাদ দি যোৱাটো গাঁৱৰ প্ৰচলিত নিয়ম বিলাকৰ ভিতৰতে এটা।

পদূলিমুখ পাৰ হৈ যোৱাৰ আগতে ঘুনুচাই পাছলৈ ঘূৰি চালে। নঙলা কেইডাল লগাবলৈ তাই পাহৰিছিল। পুনৰ কেইখোজমান উভতি নঙলা কেইডাল লগালে। তাৰ পাছত তাই এনেয়ে এবাৰ ন-কৈ সজা অজয়হঁতৰ ঘৰটো চালে। ঘৰটো ধুনীয়া, বহুত টকা খৰচ কৰি সজোৱা ; কিন্তু বাৰীখন একেদৰেই আছে। প্ৰকাণ্ড বৰ ঢাপেৰে বাৰীখন তাইৰ বাপেকেই পাতিছিল। আজি কালিৰ মানুহে তেনে ঢাপ মাৰিবলৈ সাহ কৰিব নোৱাৰে। কাৰণ মানুহৰ গাত শক্তি কমিছে, আয়ুস, টুটিছে। আৱশ্যকীয় পুষ্টিকৰ আহাৰৰ অভাৱত জীৱনী শক্তি কমি যোৱা মানুহবোৰ সোঁৰোপা হৈ পৰিছে। তাইৰ বাপেকেই ঢাপ কেইটাৰ মাটিবোৰ খহি নপৰিবলৈ সেৰেঙা-সেৰেঙকৈ তামোল গছ আৰু তাৰ মাজে মাজে তিতাফুলৰ গছবোৰ কই দিছিল, সেই গছবোৰে আজিও মাটিবোৰ খামুচি ধৰি আছে। আগৰ দৰে সাৰ দি যথাসময়ত প্ৰতিপাল কৰোঁতা মানুহৰ অভাৱ হোৱাৰ কাৰণে তামোল গছবোৰত, থোকৰ সংখ্যাও পাতলিছে। তাতে গছবোৰো বহুত ওখ হৈছে।



তাইৰ বাপেক কাতিৰাম এতিয়া নাই। এই খৰতকীয়া বাপেকেই তাইক প্ৰথম অজয়হঁতৰ ঘৰলৈ লগত লৈ আহিছিল। সেইদিনা তাই বাপেকৰ লগতেই দিনটো কটালে। কিমান যে পুৰণি এই দিনটো। তাৰ পাছৰ পৰা বাপেক কাতিৰাম অথবা বায়েক ৰূপহীৰ লগত তাই প্ৰায়েই সিহঁতৰ ঘৰলৈ আহিছিল। কিন্তু তাই যাৰেই লগত নাহক পদূলিমুখ পোৱাৰ লগে লগেই বাপেক বা বায়েকৰ হাতৰ পৰা দহপোৱা ধৰা গাখীৰৰ কৰীয়াটো কাঢ়ি নি অজয়ৰ মাকক দিছিলগৈ। তেওঁ তাইক "অ মোৰ আইজনী গাখীৰ আনিলা" বুলি চেনেহেৰে মতা মাতষাৰত তাই পমি গৈছিল। তেওঁ গালে মুখে মৰম সনা হাতখনেৰে বুলনি দিওঁতে তাইৰ সেইখন ঘৰতেই চিৰদিনৰ কাৰণে ৰৈ যাবৰ মন গৈছিল। তাই যদি নিজৰ ঘৰখনত কাৰোবাক আইতা বা আই বুলি সম্বোধন কৰিবলৈ পালেহেঁতেন ? তেতিয়া অৱশ্যে এই গৰাকী মাতৃৰ পৰা পোৱা মৰম খিনিয়ে তাইক ইমান গভীৰভাৱে অভিভূতা কৰিব নোৱাৰিলেহেঁতেন।

ঘুনুচাইঁতৰ এটা ডাঙৰ বংশ গৌৰৱ আছে। তাইঁতে নিজক আগৰ বুৰঞ্জী প্ৰসিদ্ধা ফুলেশ্বৰী কুঁৱৰীৰ বংশধৰ বুলি কয়। ফুলেশ্বৰী কুঁৱৰীতো কম সুন্দৰী নাছিল। সেয়েহে ৰাজ নৰ্ত্তকীহৈও স্বৰ্গদেৱৰ অঙ্কশায়িনী হবৰ যোগ্যতা লাভ কৰিছিল। সেই কুঁৱৰীৰে বংশধৰ বুলি পৰিচয় দিয়া কাতিৰাম আৰু তাৰ জীয়েক দুজনীও অসাধাৰণ ধুনীয়া।

বায়েকহঁতৰ দৰে ঘুনুচায়ো সাত বছৰমান বয়সতে স্কুলত নাম লগাইছিল। তাইতকৈ দুবছৰৰ সৰু অজয় তাইৰ সহপাঠী আছিল। অজয়হঁতৰ ঘৰৰ আগেদিয়েই তাই স্কুললৈ

আহিছিল। সিহঁত দুয়োটা প্ৰায়েই একেলগে স্কুললৈ অহা যোৱা কৰিছিল। মাজে সময়ে স্কুল পাওঁতে যথেষ্ট পলমো হৈছিল। গতিকে সিহঁতে কেতিয়াবা কেতিয়াবা দৌৰদিও দীঘল বাটছোৱা অতিক্ৰম কৰি স্কুল পাইছিলগৈ। বাও নাইকিয়া ফনিখন, অজয়হঁতৰ ঘৰৰ পৰা বাপেকে খুজি নিয়া পুৰণা খবৰ কাগজেৰে ধুনীয়াকৈ চামৰা খুৱাই লোৱা নেওঁতা আৰু সাহিত্যৰ সৰু কিতাপটো, অজয়ৰ পৰা তাই নিজে এদিনলৈ খুজি নিয়া, বজাৰৰ পৰা কিনা কাঠৰ স্কেল ডালৰ জোখত সমানে জোখ মিলাই ইঞ্চি আৰু ইঞ্চিৰ সৰু সৰু ভাগবোৰ দাগ কাটি লোৱা, বাহঁৰ স্কেলডাল এই আটাইবোৰ জাপ কৰি তাই এখন হাতত লৈছিল; অন্যখন হাতত বহিৰলৈ এখন ঢৰা লৈ গৈছিল। দুয়োখন হাত তেনেকৈ বন্দি কৰি দৌৰি যাওঁতে কেতিয়াবা তাই পৰি গৈছিল। ফলি-কিতাপবোৰ সিচঁৰিত হৈ পৰিছিল। অজয়ৰ কিন্তু সিমান অসুবিধা হোৱা নাছিল। সিহঁত মতা লৰাবোৰ বহিবলৈ স্কুলত কেইচটামান খুৰাহীন তক্তা আছিল। গতিকে সি ঢৰা নিব-লগীয়া হোৱা নাছিল। তাৰ কিতাপ-পত্ৰবোৰ এটা সৰু বেগত ভৰাই গাৰ কাষত ওলোমাই লৈছিল। সেই কাৰণে সি পৰিলেও সেইবোৰ চিটিকি থান-বান হৈ পৰাৰ কোনো আশঙ্কা নাছিল।

ঘৰৰ যোগেদিয়েই সিহঁতৰ ভিতৰত থকা আপোন ভাবটো বেছি গাঢ় হৈ পৰিছিল। মাকে জীয়াই থাকোতে বায়েকক বৈদিয়া সৰু মেখেলাখনিৰ দৰেই বায়েকে তাইক বৈ-দিয়া মেখেলাখনৰ নাইবা বিহু নাইবা পূজাত বাপেকে জিলাৰ পৰা তাইলৈ কিনি অনা জাভিয়াটোৰ খোঁচনাত কিবা এটা



খোৱা বস্তু তাই সদায়েই তালৈ লৈ আহিছিল। তাই মৰ-মত দিয়া বকুল বগৰী, শুকান শিলিখা, আদি এদিন নেপা-লেই সি তাইৰ ওপৰত অভিমান কৰিছিল। নিজে নিয়া বা কিনা বস্তুৰ ভাগ তাইক নিদিয়াকৈ সিয়ো কোনো দিনে থকা নাছিল। ঘৰৰ দেউতাকৰ পৰা খুজি নিয়া পইচাৰে কিনা বাদাম বা চেনি গুটিৰ ভাগ তাইক সমানেই দিছিল। দুই পইচা (নয়া পইচা নহয়, আগৰ পুৰণা পইচা) দামৰ দীঘল শিশ পেঞ্চিলডাল কেনেবাকৈ পৰি ভাগিলে ভগা টুকুৰা-বোৰ তাইক বাহঁৰ নলী খুৱাই লবলৈ দি দিছিল। ক্লাচৰ কেপ্টেইন হৈ থাকোতে নেওঁতা ভুলকৈ মুখস্থ মাতিলে, তাইৰ কথা মাষ্টৰৰ আগত সি নলগাইছিল। মুঠতে উভয়েই পৰস্পৰক চেনেহ কৰিছিল।

এল, পি, স্কুলৰ তৃতীয় মানলৈকেহে ঘুনুচাই পঢ়িছিল। কন্যা কাল হোৱাৰ কাৰণে তাইক বাপেকে স্কুল এৰুৱাই দিলে। যৌৱনপ্ৰাপ্ত ছোৱালীক স্কুলত পঢ়ুৱা ভাল নহয়; ছোৱালীয়ে চহীটো দিব পৰা, দুটা আখৰ, মানে কেতিয়াবা কীৰ্ত্তন পুথি-খন বা দশমখন পঢ়িব পৰা হলেই যথেষ্ট—বাপেকে ভাবিছিল।

জীয়ৰী হোৱা দুবছৰমান পাছলৈকে তাই অজয়হঁতৰ ঘৰলৈ আহিছিল। কিন্তু গাত কাপোৰ লোৱাৰ দিনৰে পৰা তাইৰ মনটোত সুকীয়া নতুন লাজ এটা আহি প্ৰবেশ কৰিছিলহি। ঘৰৰ পৰা আতঁৰি দূৰত পঢ়িথকা অজয়ৰ লগতো তাই আগৰ দৰে মুক্তভাৱে কথা পাতিবলৈ অজানিত ভাৱেই সঙ্কোচবোধ কৰিছিল। সি দূৰত থাকে, মাত্ৰ বন্ধৰ দিন কেইটাহে আহি ঘৰত কটায়। এই দিন কেইটাত তাই নিজক তাৰ দৃষ্টিৰ পৰা সকৰাই ৰাখিবৰ চেষ্টা কৰিছিল। অজয়ৰ মাকৰ লগতহে

দুয়োৰ এযাৰ কথা পাতিছিল।

তাই কিন্তু এটা দিনৰ কথা কেতিয়াও পাহৰিব নোৱাৰে। সেইদিনা পথাৰৰ দ কঠীয়া তোলোতে ভৰিৰ সৰু গাঁঠিৰ ওপৰত বিৰিঙি বিৰিঙি তেজ ওলাইছিল। তাকে তাই অজয়ৰ মাকক দেখুৱাইছিল। তেওঁ অলপ হাঁহি, ধেমালিৰ চলতে তাইক উপদেশ দিছিল—"ইমান তেজাল ছোৱালী, তেজনো নোলাব কেলৈ? ভালেহে আই। আগলৈ তোৰ লৰা-ছোৱালী-বোৰ বে'চ নোদোকা-নোদোক হ'ব। "পিচে সদায় কাম কৰি থাকিবি, তেতিয়াহে দেহ মন ভালে থাকে।" ওচৰৰ ৰূমটোতে অজয় আছিল। সি নথকা হলে তাই কথা-খিনি শুনি বেয়া নেপালেহেঁতেন। কিন্তু ৰূমটোত আগতে নেদেখাকৈ থকা অজয়ক দেখা পাই তাই লাজত ৰঙা-চঙা পৰি গৈছিল।

এৰা, তাই গাভৰু হৈছিল। তাইৰ জীৱনটোলৈ এটা অদমনীয় কৰ্ম্মশক্তি আহিছিল—যিটোৰ কাৰণে তাই কামবোৰ আগতকৈ কম সময়তে পাকটোতে শেষ কৰি দিব পাৰিছিল। গাভৰু হোৱাৰ আগতে শিলিখা কাঠৰ গধুৰ ঢেকীটো তাই কথমপিহে ডাঙিব পাৰিছিল। মন গলে কেতিয়াবা বায়েকৰ লগত এচাব দি চাইছিল। কিন্তু গাভৰু হৈ সেই একেটা ঢেকীকে দুপ্‌দুপকৈ দিবলৈ নেপালে তাইৰ ভালেই নালাগিছিল। তাঁতৰ শালখনত বহিলে খুন্দি-খুন্দি বাঁচখন মাৰিবলৈ নেপালে তাইৰ তাঁত বোৱা যেনেই নেলাগিছিল। ছকঠীয়া চেলেংখন আজিকালিৰ সকলো গাভৰুৱেই জানো এদিনতে তাইৰ দৰে ইমান কামৰ মাজতো থাকি বৈ উলিয়াব পাৰিব?

এই ভৰ যৌৱনতে তাই মনে মনে ভাল পাইছিল



নোমলক। তাক লৈ তাই মনত বহুত সপোন ৰচিছিল; বহুত ভাঙিছিল। এৰা, যৌৱন প্ৰাপ্ত যেই কোনো গাভৰুৱেই এদিনলৈ হলেও গোপনে এজন পুৰুষক অন্তৰত স্থান দি আছে। কোনোবাই সেই প্ৰেমাস্পদক মনত বিচাৰি পোৱাৰ উপৰিও দেহৰ অতি ওচৰতে পায়। কোনোবাই নীৰবেই মনত পূজা কৰি আছে। তাইয়ো নীৰবেই পূজা কৰিছিল—নোমলক। ভাৰতীয় নাৰীৰ জীৱনৰ বৈশিষ্ট এই খিনিতেই—যেতিয়া অন্তৰত প্ৰেমিকৰ গোপন পূজা চলি থাকে, বিধি সন্মত নোহোৱাকৈ ঘটা দৈহিক মিলনত দাম্পত্য জীৱনৰ মাধুৰ্য্য নেথাকে, থাকে মাথোঁ, সন্দেহ, বিভীষিকা, বিচ্ছেদ।

বিয়াৰ সময়তে কেৰ্‌-জেৰ্‌ এটাৰ সৃষ্টি হৈছিল। পুত্ৰহীন বাপেকে তাইলৈ ঘৰ-জোঁৱাই এটা চপাই লবৰ মানস কৰিছিল। নোমলকতো তেনেকৈ ৰাখিব নোৱাৰে। তাৰ নিজা ঘৰ আছে। মাক-বাপেক ভায়েক-ভনীয়েকহঁতৰে সেই ঘৰ ভৰপূৰ। কিন্তু সকলো সময়তে মনত ভবা কথাবোৰে আমি ভবা দৰেই জানো বাস্তৱত ৰূপ লয়? বেচিভাগ ক্ষেত্ৰতেই আমি কৰা কল্পনাবোৰ চিৰদিনৰ কাৰণে কল্পনা হৈয়ে বৈ যায়। বুদ্ধিমতী জীয়েকে যি চতুৰ জাল তৈয়াৰ কৰিলে, বাপেক সহজেই তাত পৰি গ'ল। তাইৰ কথামতেই নোমলে অজয়ৰ দেউতাকক মনৰ কথা জনালে। তেখেত হাত দীঘল মানুহ; মুখৰ এযাৰ বচনৰ মূল্য হেজাৰ টকাতকৈও বেছি। তেখেতৰ কথা কাতিৰামে ৰাখিলে। পিচে জীয়েক-জোঁৱায়েকৰ সুখহে চকুৰে চাই যাবলৈ ভাগ্যত সাধি নাহিলে। বিয়াৰ দুমাহ পাছত ৰক্তচাপ ৰোগত বেচেৰা ঢুকাই থাকিল।

ঘন্টুচাই হিয়াধুনি কান্দিলে।

নোমলে সান্তনা দিলে।

বছৰৰ পাছত বছৰ আহে; লাহে লাহে সিহঁতৰ পৰিয়ালটোও বাঢ়ি আহিল। আঠ বছৰ হৈছিল সিহঁতৰ দাম্পত্য জীৱনটোৰ; তাই পাঁচটা সন্তানৰ মাক হৈ পৰে। তাইৰ স্বাস্থ্য অটুট হৈয়ে ৰয়। অচিনাকি মানুহে দেখিলে বৰ বেছি এটা বা দুটা ল'ৰাৰ মাক বুলিহে কলেহেঁতেন। ল'ৰাকিটাৰো যিহে ধুনীয়া স্বাস্থ্য। নহৱনো কেলৈ? তাইৰ দুগ্ধাধাৰত জানো কম গাখীৰ আছিল। গাধুবলৈ ওলাই গলে, অলপ দেৰি হলেই বুকুত কামোৰণি উঠিছিল। তাইয়েটো দ্বিতীয় ল'ৰাটোৰ লগতে গাৱঁৰ মাউৰা ল'ৰা ৰতনকো একেলগে গাখীৰ খুৱাই ডাঙৰ কৰিছিল। তাতে ল'ৰাকতো বজাৰৰ গাখীৰ চাগু, বাৰ্লি, আদি কেতিয়াও খাবলৈ দিয়া নাছিল। কিছুদিনলৈ ভীমকল চালি খুৱাইছিল আৰু যেতিয়াই আঠ বা ন মাহ হৈছিল, খচি, পিটিকি হলেও ভাতকেহে ল'ৰাক খুৱাইছিল।

দিনৰ অন্তত ৰাতি অহাৰ দৰেই সুখৰ অন্তত দুখ আহে। এটাৰ অনুপস্থিতিত আনটোৱে প্ৰাধান্য বিস্তাৰ কৰে। ঘুনুচাৰ জীৱনটোলৈও সুখৰ শেষত দুখ আহিল, তাইৰ জীৱনটোকো এদিন আহি দুৰ্ভাগ্যৰ ঘুনে ধৰিলেহি।

মাজুলীলৈ খেৰ আনিবলৈ যোৱা নোমল ঘূৰি নাহিল। প্ৰবল ধুমুহাৰ নিৰ্য্যাতনত অতিষ্ঠ হৈ সিহঁত অহা সৰু নাওঁখন মাজ লুইতৰ গভীৰ সলিল ৰাশিৰ মাজত সকলো যাত্ৰীৰে সৈতে লুকাই পৰিল। তাইৰ ডাঙৰ ছোৱালী মাকনে স্কুলৰ মাষ্টৰৰ মুখত হৈ যোৱা সেই প্ৰলয়ঙ্কৰী ধুমুহাই নানা ঠাইত কৰি যোৱা ক্ষতিৰ বিষয়ে শুনিছিল আৰু ঘৰত আহি মাকক



সেইবোৰ জনাইছিল। বহুত ঘৰ দুৱাৰ ভাগিছিল; গৰু ম'হ মৰিছিল; নাওঁ ডুবিছিল; মানুহ মৰিছিল। জীয়েকৰ কথা শুনি ঘুনুচাৰ বুকুখন কঁপি গ'ল—যদি তাইৰ গিৰিয়েকো সেই-দিনাই ঘৰলৈ আহিছিল। তাই শিয়ঁৰি উঠে।

বছৰে বাগৰ মাৰে। নতুন বছৰ আহে; কিন্তু অজ্ঞাতে চিৰদিনৰ কাৰণে বুকু উদং কৰি গুছি যোৱা চেনেহৰজন ঘূৰি নাহে। চিৰ অনাগতক অপেক্ষা কৰিয়েই তাই আজীৱন কটাব লাগিব।

ভাগ্যৰ ওপৰত মানুহৰ হাত নাই। তাই জানো হাত সাৱটি বহি থাকিলে ঘৰখন চলিব? তাই কান্দি কান্দি মৰিগলেও জানো হেৰাই যোৱা মানিক বিচাৰি পাব? তাই নিজ কৰ্ত্তব্য কৰি যাবই লাগিব। তাই আগতকৈ বেছি শ্ৰম কৰিবলৈ ললে; কঠোৰ পৰিশ্ৰমৰ মাজত নিজক আবদ্ধ ৰাখি, অন্তৰত লগা কোনোকালে নুশুকুৱা; গভীৰতম্ আঘাতটোৰ তীব্ৰ বেদনাৰ কিছু উপশম পোৱাৰ লগতে সন্তান কেইটাক যাতে নিজে খুটি খাব পৰা কৰিব পাৰে, তাৰ বাবে আপ্ৰাণ চেষ্টা কৰিবলৈ ধৰিলে। সাজ পাৰৰ যি ক্ষুদ্ৰ বিলাসিতা তাইৰ আছিল; সকলো ত্যাগ কৰিলে। কপালৰ ৰঙা সেন্দুৰৰ ফোঁটটো চিৰদিনৰ কাৰণে মচি পেলালে; আঁউসী, একাদশীত উপবাস খপিলে, মাছ, মাংস কণী খাবলৈ এৰি দিলে।

তাইৰ জীৱনটোৰ ওপৰত কু গ্ৰহৰ দৃষ্টি পৰিছিল। মাঘ বিহুৰ ম'হ যুজখন সেইবাৰ তাহাঁতৰ ঘৰৰ আগতেই হৈছিল। যুজত হাৰি পলোৱা ম'হটোৱে প্ৰাণত জীৱনৰ মমতা লৈ লৰি আহিছিল তাহাঁতৰ তিৰোতা মানুহবোৰ থকাৰ ফালে। নিজক বচাবলৈ চাওঁতে তাই পৰি গ'ল। তাৰ পিছত কি কি হৈছিল

তাই বেছি ক'ব নোৱাৰে। ম'হটোৰ প্ৰথম খোজ দুটা বুকুত পৰাৰ কথা তাইৰ মনত আছে। পাছ ঠেং দুটা দেহৰ ক'ত পৰিছিল তাইৰ মনত নাই; সেই দুটা শৰীৰত পৰাৰ আগতেই তাই অজ্ঞান হৈ গৈছিল।

আস্পতালত তাই ডেৰমাহ আছিল। বুকুৰ চাৰিডাল কামীহাড় ভাগিছিল; সোঁহাতৰ কিলাকুটিৰ ওপৰৰ ডাঙৰ হাঁড়ডালো ভাগিছিল আৰু লগতে এডাল স্নায়ু ছিগি গৈছিল। ভগা হাড় জোৰা লাগিল; কিন্তু ছিগা স্নায়ুডাল জোৰা নালাগিল। সেই হাতখন অকৰ্ম্মণ্য হৈ গ'ল।

টানি আজোৰি হলেও ল'ৰা-ছোৱালী কেইটাক তাই ডাঙৰ কৰাৰ চিন্তাকেই কৰি আহিছে। নিজে এখন হাতেৰে তাই কাম কৰে কেনেকৈ? মাকনক তাই স্কুল এৰুৱাই দিলে। মন আছিল, পাৰিলে এল, পি, টোকে পাছ কৰাই থবৰ। কিন্তু তাই জানো পঢ়ি থাকিলেই ঘৰখন চলিব? ঘৰৰ ইমানবোৰ আউল মাৰিব কোনে? তাই পঢ়া এৰিবই লাগিব।

চিগাৰেটটো শেষ কৰি অজয় ভিতৰলৈ উঠি গ'ল।

বটাটো আগত লৈ তামোল কাটি থকা মাকে যেতিয়া তাক অলপ আগতে সিহঁতৰ ঘৰলৈ আহি যোৱা তিৰোতাজনী তাহানিৰ কাতিৰাম ককাইটিৰ জীয়েক ঘুনুচা বুলি ক'লে; সি বিশ্বাস কৰিবলৈ টান পালে। সি আচৰিত হৈ গ'ল। এল, পি, স্কুলত তাৰ লগত একেলগে পঢ়া ঘুনুচা আজি পাঁচটা সন্তানৰ মাক, কাইলৈ তাইৰ ছোৱালী গৈ এঘৰৰ ঘৰ শুৱনী কৰিবগৈ। কিন্তু তাৰ লগত উচ্চ শিক্ষা লৈ অহা



আৰু বৰ্ত্তমান পঢ়ি থকা ছোৱালীবোৰ? তাহাঁত যে এতিয়াও সৰু। তাহাঁতে সৰু ছোৱালীৰ দৰে অভিমান কৰিব পাৰে; আৰু প্ৰয়োজন হলে চকুৰ পানী উলিয়াই দেখুৱাবও পাৰে।

অজয়ৰ মনটোক বেচিকৈ আক্ৰমণ কৰি গ'ল—যেতিয়া শুনিবলৈ পালে যে, মাত্ৰ দুটা টকাৰ কাৰণে এই ভৰ দুপৰত বাটকুৰি বাই তাই সিহঁতৰ ঘৰত আহি হাত পাতিব লগীয়া হৈছে। তাইৰ ডাঙৰ ল'ৰাটোৰ জ্বৰ। তাৰ কাৰণেই তাই আহি টকা দুটা নিছেহি। এনেয়েতো নহয়, তাই প্ৰতিশ্ৰুতি দি গৈছে, এসপ্তাহৰ ।ভিতৰত যেনে তেনে পৰিশোধ কৰিব। দুটা টকা মাত্ৰ—দুটা টকা, তাৰ এদিনৰ চিগাৰেট আৰু চাহৰ খৰছতকৈও বহুত কম, এই দুটা টকা। কিন্তু এই দুটা টকাৰেই ঔষধ কিনিব লাগিব, এটা পৰিয়াল চলিব লাগিব; এদিন দুদিন—হয়তো এসপ্তাহ।

আবেলি চাইকেলখন লৈ সি ঘুনুচাহঁতৰ ঘৰ পালেগৈ। আলি বাটৰ লগত সমান্তৰাল ভাৱে সজা খেৰৰ এটা দীঘল ঘৰ। ঘৰটো এবছৰৰ আগতেই ছোৱাব লাগিছিল। এতিয়া ঠায়ে ঠায়ে চালৰ মাজেদি আকাশ দেখা হৈছে।

মাটিত খেৰৰ ওপৰত কৰিলোৱা এখন বিচনাত তেতিয়া ঘুনুচাই বেমাৰী ল'ৰাটোক কোলাত লৈ মূৰত চেঁচা পানী ঢালি আছিল। তাৰ খুব জ্বৰ উঠিছিল। সি কব নোৱাৰা হৈ গৈছিল। সি মানুহৰ আকৃতি হেৰুৱাই পেলাইছে। কাউৰী, শগুনে ৰুকি, ৰুকি, খাই মাংসবোৰ শেষ কৰা মৃত জন্তু এটাৰ দৰেই তাৰ দেহটো অস্থি প্ৰধান হৈ পৰিছে, য'ত প্ৰতি মুহূৰ্ত্ততেই চলি আহিছে জীৱন আৰু মৰণৰ তুমুল সংগ্ৰাম। সি এতিয়া মাত্ৰ জীৱনৰ পৰাজয় ক্ষণটোৰ অপেক্ষাত।

অজয়ক দেখি তাই ক'লে—"অ আপুনি আহিছে"। সময় আৰু শিক্ষাৰ ব্যৱধানে আগৰ তুমি সম্বোধনটোক এতিয়া 'আপুনি'লৈ তুলি নিছে।

মাকৰ আদেশ মতে জীয়েকে বহিবলৈ পুৰণা চকীখন আনি তাত লাগি থকা ধূলিবোৰ হাতেৰে মোহাৰি দিয়ে।

সি চকীখনত বহি পৰিল।

নিজৰ দুৰ্ভাগ্যৰ কথা ঘূনুচাই যদিও কবলৈ ইচ্ছা কৰা নাছিল; সি সোধাত তাই কবলৈ বাধ্য হয়। এটা এটাকৈ তাই সেইবোৰ কৈ যায়। লগতে তাই অন্তৰ ভৰা কৃতজ্ঞতা জনাই যায় সিহঁতৰ ঘৰৰ মানুহবোৰক। সিহঁতৰ ঘৰৰ পৰা সহায় নোপোৱা হলে; এই কেইদিন তাইৰ আৰু দুখ হলহেঁতেন। দুটা টকাৰ ধাৰ পোৱাটোও তাইৰ কাৰণে বৰ ডাঙৰ সহায়। অজয়ক তাই স্বকীয়াকৈও আন্তৰিক অভিনন্দন জনায়; সি জীৱনত অৰ্জ্জন কৰা গৌৰৱপূৰ্ণ সাফল্যতাৰ বাবে।

তাইৰ কোলাত থকা ল'ৰাটোৱে এটা অস্পষ্ট চিঞৰেৰে কিবা এটা বিচাৰিছিল। কোনে বুজিব সেই চিঞৰ? তাইৰ ভিতৰত থকা মাতৃজনী সেই চিঞৰত মূৰ্চ্ছা গৈছিল যদিও অজয়ে বাহিৰত তাইৰ একো পৰিবৰ্ত্তনেই দেখা নেপালে।

সিহঁতৰ কথোপকথন বুজিব নোৱাৰি ওচৰতে বৈ থকা তাইৰ দ্বিতীয় আৰু তৃতীয়জনী ছোৱালীয়ে ৰচি এডাল লৈ টনা আজোৰা লগাইছিল। মাকে তাহাঁতক ওচৰলৈ মাতিলে। তাহাঁত দুয়োজনীয়েই বাহিৰলৈ ল'ৰ মাৰিলে।

অলপ সময়ৰ পাছত সোমাই আহিল তাইৰ পাঁচবছৰীয়া সৰু ল'ৰাটো। মৃত্যুৰ কোৱাৰিত সোমাই থকা তাইৰ ৰুগ্ন ডাঙৰ ল'ৰাটো বাদ দিলে এইটোৱেই পৃথিৱীৰ বুকুত তাহাঁতৰ যুগ্ম



জীৱনৰ প্ৰেমবোৰ জীৱন্ত স্বীকৃতি প্ৰাপ্ত একমাত্ৰ পুৰুষ, তাহাঁতৰ বংশধৰ। এদিন সিয়েহে জগতত তাহাঁতৰ কথা সুঁৱৰিব, তাহাঁতৰ কাৰণেই এবছৰৰ মূৰত এচলু পানী আৰু এমুঠি অন্ন অনাহাৰে থাকি অৰ্পণ কৰিব।

ল'ৰাটোৰ হাতত এটা গাৰু। বাহিৰৰ পৰা বুটলি অনা। গিলিপ নাই। নকৈ ৰং কৰা চকী মেজত বহিলে দুগুকুৰা ৰংবোৰ কাপোৰত লাগি ধৰাৰ দৰেই তেল আৰু ধূলিয়ে এৰিব নোৱাৰা মোহেৰে গাৰুটোক উপযোগী প্ৰলেপ এটা দিছে। তাৰ আঠুৰ ঘিলালৈকে শুকান বোকাৰ চামনি। পিন্ধি থকা বুটাম নাইকিয়া হাফপেণ্টটোত অলেখ চেকা আৰু সিয়নি। সি গোটেই মানুহটোৱেই যেন ৰূঢ় দৰিদ্ৰতাৰ বিদ্ৰুপসূচক উপহাসকৰ প্ৰাণযুক্ত সদেহী এটা নমুনা।

সি আহি অজয়ৰ সন্মুখত ঠিয় দিলে। চিকাৰীৰ হস্তগত ধৃত এটা বন্য জন্তুৰ দৰে ভীতবিস্মিত হৈ সি অজয়লৈকে অনিমেষ নেত্ৰেৰে চাই থাকিল। সি ভয় খাবৰ, আচৰিত হবৰ কথাই। সি ক'ব পৰাৰে পৰা আজিলৈকেতো ইমান ডাঙৰ, ভাল মানুহ এজন সেইখন ঘৰলৈ অহা নাছিল। নভৰা-নিচিন্তাকৈ নিৰ্ভয়ে ঘৰৰ ভিতৰলৈ সোমাই আহি, সি এই ডাঙৰ মানুহজনৰ আগত পৰিছেহি, যি জনে পিন্ধিছিল বগা লংপেণ্ট আৰু হাৱাইচাৰ্ট। চকুত সেই সোনোৱালী ফ্ৰেমৰ চচ্‌মাজোৰ, ভৰিত একুৰি পোন্ধৰ টকা দামৰ ক্ৰেপ্‌চ'লৰ দামী জোতা। সিয়ে নহয়, তাৰ নিচিনা যেই কোনো লৰাই এনেকুৱা এজন মানুহৰ আগত পৰিলে ভয় খাব, হতভম্ব হ'ব।

তাৰ বিশ্ৰী ৰূপটো দেখি মাকৰ খং উঠে।

আপদটো ক'তনো মাৰছিল গৈ? এটাৰ কি হৈছে

দেখা নাই? ষিটো দোষত তাই কোনো দিনে তাক খং কৰা নাই, অভিশাপ দিয়া নাই, আজি অজয়ৰ উপস্থিতিত হঠাতে সেই দোষতেই পুতেকক খং কৰে, অভিশাপ দিয়ে।

মাকনক উদ্দেশ্য কৰি তাই কয়—"যা এইটোৰ হাত ভৰি কিটা ধুৱাই লৈ আহগৈ"।

ল'ৰাটোৱে কিন্তু একো নুবুজে, কিহৰ কাৰণে মাকে আজ তাক ইমান খং কৰিছে। সি মাত্ৰ এটা কথা বুজিছিল, সিহঁতৰ ঘৰলৈ অহা এই নতুন ডাঙৰ মানুহ জনৰ দৰে ভৱিষ্যতে কোনোবা ডাঙৰ মানুহ সিহঁতৰ ঘৰলৈ আহিলে সি তেনেকুৱা চেহেৰাৰে ওলালে, আজিৰ দৰেই মাকৰ পৰা ধমক্ খাব লাগিব। নাকটোৱেদি ওঁঠৰ ওচৰলৈ বাগৰি অহা সেঙেনুবোৰ সি জিভাৰে চেলেকি খায়, নাকটোৰে সোঁত কৰে শব্দ কৰি বাকীখিনি ভিতৰলৈ টানি নিয়ে। তাৰ পাছত সি গাকটো মাটিত থৈ পাছফাললৈ নিজেই গুচি যায়।

ঘুনুচা চিন্তাত পৰিছিল। অজয় তাইৰ ঘৰলৈ জীৱনত এয়ে প্ৰথম হয়তো শেষ বাৰৰ কাৰণে আহিছে। কিবা এটাটো ঘৰলৈ আহিলে, সদায় আহি থকা মানুহকো গৃহস্থই খুৱাব লাগে। অন্ততঃ চাহ এটোপা আৰু তাকো নোৱাৰিলে শুদা তামোল এখন। ঘৰত পাণ এখিলাও নাই, তামোলনো কেনেকৈ দিয়ে? চাহৰ কথা ভাবিবই নোৱাৰে। কাৰণ চেনি নাই, গুৰ দি কেনেকৈ দিব? গৰম গাখীৰ এগিলাচকে দিব নেকি? এৰা, তাকেই দিয়া ভাল হ'ব। কিন্তু সি জানো খাব? নাই, নেখাব কিয়? গাখীৰটো অপবিত্ৰ বস্তু নহয়—ঘিণ কৰিবলৈ।

অজয়ৰ পৰা সন্মতি নিবিচৰাকৈয়ে তাই মাকনক তাৰ



বাবে গৰম গাখীৰ এগিলাচ আনিবলৈ আদেশ দিয়ে।

সি একো নেমাতিলে।

তাই মাকনৰ কথা উলিয়ায়—"এইক অলপ পঢ়ুৱাম বুলি ভাবিছিলোঁ; কিন্তু নোৱাৰিলোঁ। ঘৰৰ আউলবোৰ মই মাৰিব নোৱাৰা হলোঁ। সদায় তাতে ইহঁতৰ কোঁহকাল-বোৰো নুগুছাই হৈছে। মানুহ হোৱাৰ পাছত এইকলৈও ডাঙৰ চিন্তাত পৰিব লাগিব।"

মাকৰ কথাত জীয়েকে লাজ পাই ভিতৰলৈ উঠি গ'ল। সি দেখিছিল, ঠিক তাৰ আগত পাত-গাভৰু ঘুনুচাই এদিন তাৰ মাকৰ কথা শুনি ৰঙা-চঙা পৰি যোৱাৰ দৰেই মাকনেও লাজত ৰঙা পৰি গৈছিল।

অলপ সময়ৰ পাছত মাকনে তাক গৰম গাখীৰ এগিলাচ দি গলহি।

ঘুনুচাব কোলাত থকা লৰাটো তেতিয়া ঘামিছিল। তাই গাৰ ওপৰত দিয়া কাপোৰখন গুছাই দিলে।

সি গাখীৰৰ গিলাচটো গৰম দেখি জেপৰ পৰা ৰুমালখন উলিয়াই সেইটো মেৰিয়াই ললে।

ঘুনুচাই হাঁহো নেহাঁহোকৈ হাঁহি এটা মাৰিলে। তাৰ অৱস্থাটো দেখি নহয়। তাই ক'লে—"কি কৰিব আগৰ দৰে গাখীৰ থকা হলে ভাল দৈ এবনকে খুৱাব পাৰিলোহেঁতেন। ৰখীয়াৰ অভাৱতে ম'হ-গৰু পুহিব নোৱাৰা হৈছো। নিজে তাতে খীৰাবও নোৱাৰোঁ। মাকনেই দুই এচোচা টানে। আগতে খীৰাই অভ্যাস নকৰা, আঙুলি টন্‌টনায় সিৰামূৰিয়ে ধৰে। ডাঙৰ ল'ৰাটোৰ জ্বৰ হোৱাৰ পৰাহে তাই খীৰাবলৈ লৈছে।

গৰুও বেছি নাই। দুজনী গাইহে আছিল। যোৱা মাহতে ঘাই গাইজনী বেচি দিলোঁ। এতিয়া চেউৰী জনীহে আছে। তাইৰ দমৰা পোৱালী এটা জগা এমাহ হৈছে। বেপাৰীৰ পৰা দহ টকা বেছিকৈ ৰাখিছিলোঁ। কালি আহি কৈ গৈছে টকা কেইটা পৰিশোধ নকৰিলে এই সপ্তাহতে চেউৰীজনী লৈ যাব। কিনো কৰিম? টকানো ক'ত পাম? তথাপি পঘেৰটো বাট চাবলৈ কৈছোঁ। জানো কি কৰে। ল'ৰাটোৰ অসুখত দৰব কিনিবলৈ পইচা নাই। ঘৰত থকা গাখীৰ কনকে মুখত দিছিলোঁ। সি গাখীৰৰ বাহিৰে একোৱেই মুখত নিদিয়ে।

পূৰ্ব্বজন্মত কিবা বেয়া কাম কৰিছিলোঁ হবলা; সেয়েহে জীয়াতু ভুগিছোঁ—এই জন্মত। তথাপি ভগৱানে দিয়া শাস্তি ভুগি ভাল লাগে, ধৈৰ্য্যৰে সহি যাব পাৰি; কিন্তু মানুহে অপকাৰ কৰিলে নোৱাৰি, দুখ লাগে। ভৰালত থকা ধান মুঠিৰ বিষয়ে আগতে কেতিয়াও চিন্তা কাৰব নেলাগিছিল ছমাহ মানৰ কাৰণে। কিন্তু এইবাৰ আগতেই চিন্তা কৰিব লগাত পৰিছোঁ। আজি চাৰিদিনহে হৈছে, চোৰে আহি ভৰাল উদং কৰি ধান কিপাহ লৈ গ'ল," অলপো বিচলিত নোহোৱাকৈয়ে তাই অনৰ্গল কথাবোৰ কৈ গ'ল।

সি তাইৰ চকুলৈ চাবৰ সাহ কৰিব নোৱাৰিলে। সি ঘড়ীটোলৈ চালে।

ৰুমালেৰে মুখখন মোহাৰি সি যাবৰ কাৰণে থিয় হ'ল।

এনেতে বিকট চিঞৰ এটা মাৰি মাকন লৰি আহি মাকৰ ওচৰ পালেহি। ভয়ত কঁপি কঁপি তাই মাকক জনালে যে কেনেবাকৈ পিচল খাই বাঁহৰ দলঙৰ পৰা ভায়েকটো পুখুৰীৰ



মাজ পালেগৈ।

কোলাৰ পৰা ল'ৰাটোক নমাই থৈ, ঘুনুচাই উন্মাদিনীৰ দৰে উধাতু খাই পাছফালে থকা পুখুৰীটোলৈ লৰি গ'ল।

অজয়ো লৰি গ'ল।

এবাৰ তললৈ, এবাৰ ওপৰলৈ, মাজ পানীত জীৱন মৰণৰ লুকালুকি খেলি, কক্‌ককাই থকা ল'ৰাটোক তুলি আনিবৰ কাৰণে ক্ষন্তেকো অপেক্ষা নকৰি তাই পুখুৰীটোৰ বুকুলৈ জাপ মাৰি দিলে। সুস্থ বাওঁহাত খনেৰে তাক থাপ্ মাৰি ধৰিলে। কষ্টেৰে তাই ল'ৰাটোৰে সৈতে দলংখনৰ ওচৰলৈ সাতুঁৰি আহিল।

পিছল দলংখনত পিছলি পৰাৰ ভয়ত; লাহে লাহে খোজ দি অজয়ে তাইক লৰাটো পাবলৈ তুলি অনাত সহায় কৰিবলৈ আগবাঢ়ি গ'ল।

অজয়ক তেনেকৈ যোৱা দেখি তাই ক'লে—"আপুনি নাহিব—নাহিব; দলংখন বৰ পিছল। কেনেবাকৈ পৰিব লাগিলে, একেবাৰে পুখুৰীৰ মাজ পাবহি। মই ইয়াক তুলি নিব পাৰিম। আপুনি উঠি যক"।

ল'ৰাটোক তাই তুলি আনিলে। সি বেছি পানী খাবলৈ নাপালে। ঘৰৰ ভিতৰলৈ তাক লৈ আহি তাই আঙুলি এটা ডিঙিৰ ভিতৰলৈ সুমুৱাই দিলে। সি বমি কৰিলে। পানীবোৰ পেটৰ পৰা ওলাই আহিল। জুই একুৰা ধৰি তাই তাক সেকলে।

হুৰ্ হুৰ কৰি এজাক বৰষুণ আহিল, বাৰিষাৰ আগ জাননী দিয়া বধষুণ এনেকৈয়ে আহে, ক'ব নোৱাৰাকৈয়ে, হঠাতে।

উৰুষা চালৰ মাজেদি পৰা পানীৰে ঘৰটোৰ ভিতৰখন

তিতি গ'ল। মজিয়াখনৰ ঠায়ে ঠায়ে পানীয়ে ডোঙা বান্ধিলে।

কিছু সময়ৰ পাছত বৰষুণ এৰিলে।

অজয়ে বিদায় ল'লে। বিদায় মুহূৰ্ত্তত সি ঘুনুচাৰ মুখখন এবাৰ ভালকৈ চাই ল'লে। গভীৰ শোকৰ উচ্ছাসেও তাইৰ মুখত ম্লানতাৰ ছাঁ পেলাব পৰা নাই; নিদাৰুণ বাস্তৱৰ লগত সংগ্ৰাম কৰি অহা তাইৰ মুখত আছে, আত্মবিশ্বাসত ধৈৰ্য্যৰ প্ৰতীয়মান এক দৃঢ় গাম্ভীৰ্য্যপূৰ্ণ অভিব্যক্তি।

বৰষুণ জাকে গোটেই আলি বাটটো লেতেৰা আৰু পিছল কৰি পেলালে। সি চাইকেল চলোৱা অসম্ভৱ হৈ উঠিল। ক্ৰেপ্‌চ'লৰ জোতাযোৰেৰেও খোজ কাঢ়ি চাইকেলখন টানি নিয়া অসুবিধা হৈ পৰিল। সি বিমোৰত পৰি গ'ল।

এৰা ক্ৰেপচ'লৰ জোতা পিন্ধি পিছল খোৱাৰ ভয় থাকে পিছল বাটৰ দলঙত নাইবা পিছল বোকাবাটত খোজ কাঢ়োতেহে। জীৱনৰ পিছল বাটত হুল-জেংবোৰৰ ওপৰেদি শুদা ভৰিৰে খোজ কাঢ়ি যোৱা বাটৰুৱাবোৰে, যেই কোনো মুহূৰ্ত্তে পিছলি পৰাৰ সম্ভাৱনা থাকে। সিহঁতক তুলিবলৈ উপযাচি কোনো নেযায় আৰু যাবও নেলাগে। সিহঁত নিজেই উঠে। সিহঁত আত্ম নিৰ্ভৰশীল। জীৱনবোধৰ মূল্য সিহঁতে বুজে কাৰণেই বহুত ক্ষেত্ৰত নিজ ন্যায্য সামাজিক স্বীকৃতিৰ পৰা বঞ্চিত হলেও সিহঁতে আপোন দায়িত্বখিনি পালন কৰি, জীৱনৰ পিছল বাটটোৰেদি অবিশ্ৰান্ত গতিৰেই আগবাঢ়ি যায়।



# যাত্ৰী

দুবাৰকৈ একেটা পৰীক্ষাত অকৃতকাৰ্য্য হৈ সি সন্মুখত কেৱল আন্ধাৰকেহে দেখা পাইছিল। এইবাৰো সি পুনৰ একেটা শ্ৰেণীতে থাকি গ'ল। তাৰ লগৰ পাছ কৰি যোৱা লগৰীয়াবোৰে ৰঙালী আশাবোৰ লৈ নতুন উদ্যমেৰে তৃতীয় বাৰ্ষিকত ক্লাচ কৰিব; সিহঁতে পঢ়িব নতুন কিতাপ আৰু পাব নতুন শিক্ষা। কিন্তু সি? বাৰে বাৰে পাঢ় আমনি লগা, সেই একে পুৰণা কিতাপকেই সি আকৌ পঢ়িব লাগিব অনিচ্ছাৰে, তিক্ততাৰে। তাৰ মগজুটো গৰম হৈ উঠে। তাৰ আশা শুকান আৰু প্ৰাণহীন হৈ পৰে।

পৰীক্ষাৰ খবৰ ওলোৱা কাগজখনত সি আকৌ এবাৰ চকু ফুৰালে। নাই; সি পাছ কৰা নাই, তাৰ নাম কাগজত নাই। দীঘল হুমুনিয়াহ এটা কাঢ়ি কাগজখন সি টেবুলৰ ওপৰত থৈ দিলে।

ঘাত-প্ৰতিঘাতবোৰেই হৈছে জীৱন। শ্বাস-প্ৰশ্বাস, ছায়া প্ৰচ্ছায়া। এই বিলাকেই তাক তাৰ ভিতৰৰ মানুহটোক হতাশ আৰু বিদ্ৰোহী কৰি পেলাইছে; কিন্তু সি ৰ'ব পৰা নাই। হতাশ ভৰা অন্তৰখনলৈ সি আকৌ আগবাঢ়ি যাব। এই জটিল পথটোত তাৰ এইবাৰেই কিজানি শেষ চেষ্টা, এইবাৰ ব্যৰ্থতাৰ লগে লগে এই পথটোৰ চিনো আকৌ

হেৰাই যাব পাৰে চিৰদিনৰ বাবে।

কাকো একো নজনোৱাকৈয়ে সি ঘৰৰ পৰা ওলাই আহিল। হোষ্টেলটো পালেহিয়েই যেন সি এতিয়া ৰক্ষা পৰে। কোনোবাই তাক একে উশাহতে নি হোষ্টেলত থৈ আহিব পৰা হলে।

সি বাচ ষ্টেণ্ড পালেহি। ডিব্রুগড়লৈ যোৱা বাচখন তেতিয়াও আহি পোৱা নাই। আধা ঘণ্টা বাকী। সি অধৈৰ্য্য হ'ল। প্ৰতিটো উত্তেজিত মুহুৰ্ত্তক পাৰ কৰি বাচখনলৈ অপেক্ষা কৰি থকাটো তাৰ কাৰণে এটা ডাঙৰ সমস্যা হৈ পৰিল।

নিৰ্দ্দিষ্ট সময়ত বাচখনক ষ্টেণ্ডত হাজিৰ কৰাই দিলেহি। যাত্ৰীবোৰক ঠেলি-হেঁচি সি কোনোমতে উঠি বহিল। তাৰ কাষতে দুজন ভদ্ৰলোক আৰু সন্মুখৰ চিটত এগৰাকী ভদ্ৰ মহিলা যাত্ৰী।

এজনী হিন্দুস্থানী তিৰুতাওঁ সোমাই আহিল। সাহায্য ভিক্ষাৰ কাৰণে লিখা কাগজ এখন ভদ্ৰলোক দুজনৰ আগত শকুনি হাঁহি মাৰি তাই দাঙি ধৰিলে। তেওঁবিলাক দুয়োজনে গাইপতি দু-অনাকৈ তাইক চাৰি অনা পইচা দিলে। তাই তাৰ ওচৰলৈ আহিবৰ উপক্ৰম কৰোঁতেই বাচখন ড্ৰাইভাৰে চলাই দিলে। অগত্যা তাই নামি যাব লগীয়া হ'ল। সিও আপদ এটাৰ পৰা হাত সাৰি গ'ল।

ক'তবাৰ এই চিনাকী বাটটোৰেদি সি অহা যোৱা কৰিছে; কিন্তু এইবাৰৰ দৰে কোনোবাৰেই তাৰ ইমান দুখ লগা নাছিল। তাৰ যেন হঠাতে শ্বাস-ৰুদ্ধ হৈ গ'ল। দীঘল দীঘল উশাহ কেইটামান একেলগে লৈ পেলালে। সি কাৰো লগত কথা পাতিবৰ ইচ্ছা নকৰিলে। মাজে মাজে আধুনিক



সাজ-পাৰেৰে সজ্জিতা মহিলা যাত্ৰী গৰাকীলৈ একোবাৰ অলপ সময়ৰ কাৰণে চাই থাকিবলৈ ধৰিলে মাথোন।

বাচ আহি মৰাণ পালেহি।

"অলপ সহায় কৰিব নেকি, ডাঙৰীয়া?" অসমীয়া তিৰোতা এজনীয়ে সহায় বিচাৰি করুণ সুৰত কথাষাৰ ক'লে।

সি মূৰ ডাঙি মানুহজনীলৈ চালে।

তিৰোতাজনীয়ে লাহী সোঁহাতখন তাৰ কাষত বহি থকা মানুহ দুজনৰ সন্মুখলৈ আগবঢ়াই দিলে।

তেওঁলোকে অন্যমনস্ক হোৱাৰ ভাও জুৰিলে।

"মোক অলপ সহায় কৰক ডাঙৰীয়া" আকৌ এবাৰ তাই ক'লে।

"যা, যা, পইচা এনেয়ে আহিছে নহয়? এইদৰে খুজি মাগতে পইচা পোৱাৰ কাৰণেই ভীক্ষাৰীৰ সংখ্যা বাঢ়ি গৈছে দিনে দিনে। আমাৰ পইচা দিবলৈ নাই, আঁতৰ হ আগৰ পৰা।" এজন ভদ্ৰলোকে অলপ বিৰক্তিৰে তাইক কৈ পেলালে।

বাকী যাত্ৰী বিলাকৰ ওচৰত তিৰোতাজনীয়ে হাত নেপাতিলে। লাহে লাহে তাই গুছি গ'ল। কোলাত থকা কেচুৱাটো তেতিয়া বৰকৈ কান্দিবলৈ ধৰিলে।

তিৰোতাজনীয়ে চাহ দোকানখনৰ সন্মুখত থকা ডাঙৰ গছজোপাৰ তলত বহি থাকিলগৈ।

চাহ খাবলৈ সিওঁ যাত্ৰীবিলাকৰ লগতে বাচৰ পৰা নামি আহিল। ভিক্ষা খোজা মানুহজনীলৈ সি এবাৰ চাই পঠিয়ালে। তললৈ মূৰ কৰি বহি থকা তিৰোতাজনীৰ চকুৰ পৰা বাগৰি পৰা চকুৰ পানীবোৰ গালেদি বৈ কেচুৱাটোৰ গাত পৰা সি দেখিবলৈ পালে। কিন্তু এটা অজানিত ভাৱ হঠাতে তাৰ

মনত জাগি উঠিল। তিৰোতাজনীৰ সবিশেষ জানিবলৈ সি ওচৰ চাপি গ'ল।

অচিনাকি আগন্তুক এজনক কাষ চাপি অহা দেখি চকুহুটা চাদৰখনৰ আগ এটাৰে মচি তাই মূৰ ডাঙি চালে। "আপোনাৰ ঘৰ ইয়াতে নেকি?" সি সুধিলে।

"হয় ইয়াতেই।"

ক'তা মই এই বাটেদি আগেয়ে কিমান বাৰ অহা-যোৱা কৰিছো, আপোনাক কোনো এবাৰেইতো লগ পোৱা নাই।"

"হয় আপোনাৰ কথা সঁচা। আগেয়ে মই এনে অৱস্থাত পৰা নাছিলো। এতিয়া ভাগ্যই বাধ্য কৰাইছে ৰাইজৰ ওচৰত হাত পাতিবলৈ, ৰাইজৰ অভিশাপ মূৰত তুলি লবলৈ। সেয়েহে আহি এইখিনি পাইছোহি"।

তাইৰ কথাবোৰ শুনি দুখ লাগিল তাৰ। সি বুজিলে যে, সংসাৰৰ কঠোৰতম অভিজ্ঞতাই তাইৰ জীৱনটোক নিঠৰুৱা নিঃস্ব কৰি পেলালেও তাই আজি জীয়াই থাকিব লগীয়া হৈছে—কোলাত থকা কেঁচুৱাটোৰ কাৰণেই।

"এই অঞ্চলত আগেয়ে অসমীয়া মানুহ খুব কম আছিল। যিবিলাক আছিল, তেওঁবিলাকৰো বেচিভাগ পমুৱা। আজি কেইবছৰমানহে হৈছে, বিদেশী লোকেৰে এই ঠাই ভৰি পৰিছেহি। অসমীয়া মানুহবিলাকৰ অৱস্থা মই জনাত ভালেই আছিল। আপোনাৰ ইমান দুৰ্গতি হোৱাত মই আচৰিত হৈছো। আপোনাৰ সবিশেষ মই জানিব পাৰোনে? আগ্ৰহেৰে সি সুধিলে।

"সেইবোৰ জনায়েনো কি লাভ হব? জনালেও মোক জানো আপুনি বিশ্বাস কৰিব?



তিৰোতাজনীয়ে তাক 'আপুনি' সম্বোধন কৰাত সি অলপ বেয়া পালে। এগৰাকী বয়োজ্যেষ্ঠা তিৰোতাই তাৰ দৰে ল'ৰা এটাক 'তুমি' বুলিহে সম্বোধন কৰা উচিত। অৱশ্যে এই ভুল সি নিজে জানো নকৰে? এই তিৰোতাজনীৰ দৰেই সিও (আজি-কালিৰ স্কুল-কলেজ আদিৰ ছাত্ৰৰ দৰেই) সৰু-বৰ সকলোকেই 'আপুনি' বুলিহে সম্বোধন কৰে। সেই সময়ত সিও পাহৰিলে যে ইংৰাজীৰ 'ইউ'টোৰ দৰে অসমীয়াৰ 'আপুনি' শব্দ উমৈহতীয়াকৈ সকলোতে ব্যৱহাৰ কৰিব নোৱাৰি। অসমীয়াত 'তুমি' আৰু 'তই' শব্দ দুটাৰো স্থান আছে। ভক্তই ভগৱানক 'তুমি' শিক্ষকে ছাত্ৰত 'তুমি' প্ৰেমিকে-প্ৰেমিকাক 'তুমি' বুলি কওঁতে কিমান ভক্তি, মৰম আৰু প্ৰেম প্ৰকাশিত হয়, সি নুবুজা নহয়। তথাপিতো ভুল কৰিবলৈ সকলোৰেই বাধ্যত পৰাৰ দৰে হৈছে—কোনোবাই এই ভুল বাটতো দেখুৱাই দিয়াৰ কাৰণে।

সি তিৰোতাজনীক তাক 'তুমি' বুলি সম্বোধন কৰিবলৈ কৈ দিব খুজি ৰৈ গ'ল। এৰা তাই বেয়া পাব পাৰে। এতিয়া নোকোৱাই ভাল।

"লাভ নহয় সচাঁ, আৰু আপোনাৰ বিষয়ে জানিবলৈ বিচৰাটোও অন্যায়ৰ পৰ্য্যায়ত পৰে। তথাপি জানিবৰ ইচ্ছা কৰিছিলোঁ,—একে দেশৰে বোকাপানীৰ মাজতে ডাঙৰ হোৱা, আপোনাৰ দৰে বাই এগৰাকীৰ দুখ-কষ্ট দেখি মনত আঘাত পোৱাৰ কাৰণেহে, মোৰ অৱশ্যে ভুল হৈছিল। ক্ষমা কৰিব এই ভুলৰ কাৰণে। সি কথাকেইটা শেষ কৰি তাইৰ ওচৰৰ পৰা আঁতৰি গ'ল।

"নহয়; নহয়, ডাঙৰীয়া আপুনি নেযাব। অনুগ্ৰহ কৰি

অলপ বৈ মোৰ দুৰৱস্থাৰ বিষয়ে অলপ জানি যাওক। আপোনাৰ দৰে ইমান ভাল মানুহ পৃথিৱীত জীয়াই থকাৰ কথা মই ভাবিবই পৰা নাছিলোঁ। মোৰ বিপদৰ প্ৰথম সূত্ৰপাতৰ দিন ধৰি আজিলৈকে সকলোৱে মোক কলঙ্ক, গ্লানি, অভিশাপ, আদিকেহে দি আহিছে। কোনেও মোক এষাৰ আশ্বাসৰ; মৰমৰ মাত দিয়া নাই। সেই কাৰণেই মানুহবোৰৰ ওপৰত মোৰ ঘৃণা উপজিছে। আপোনাক ভুল বুজিছিলোঁ—মই। মোক ক্ষমা কৰক। মোৰ জীৱন কাহিনীটো এবাৰ শুনি যাওক দয়া কৰি"। ইমানবোৰ কথা তাই কৈ পেলালে।

তাইৰ বিদ্ৰোহী মনৰ পৰা উদগীৰণ হৈ অহা কথাবোৰ শুনি সি ভাল পালে। সি যে তাইৰ দৰে সাহায্যহীনা ক্ষুধাতুৰা, মৰণ পথেদি আগবঢ়া এগৰাকী নাৰীৰ ন্যায্যদাবীক শুনিবলৈ কেতিয়াও ইচ্ছা কৰা নাই।

সি মৌন হৈ ৰ'ল।

"আমাৰ আগৰ ঘৰ ইয়াত নাছিল। আমি জয় সাগৰৰ ওচৰত আছিলোঁ। স্বামীৰে সৈতে ইয়ালৈ আহি পমুৱা হিচাবে ঘৰপতা আজি ভালেমান বছৰ হৈ গ'ল। কিমান সুখৰ এই বছৰবোৰ। কিন্তু সুখ সদায় নেথাকে। আমাৰ সুখ ভগৱানে নসহিলে। আজি দুটা বছৰ শেষ হৈছে প্ৰায়, মোৰ স্বামী ঢুকাবৰ। তেখেতৰ মৃত্যুৰ ন মাহৰ পাছত এই পোনাকণৰ জন্ম হয়। এই কেচুৱাটোৰ কাৰণে মই সমাজত থাকিব নোৱাৰা হলোঁ। সমাজে মোক পতিতা বুলি গৰিহণা দি বাহিৰ কৰি দিছে। কিন্তু ডাঙৰীয়া, আপুনি বিশ্বাস ক'ৰক এই সন্তানটো মোৰ নিজ স্বামীৰ তেজেৰে গঠিত। স্বামী ঢুকুৱাৰ পাছত সমাজৰ কিছুমান পশু মোৰ



ওচৰলৈ প্ৰেম-ভিক্ষা খুজি আহিছিল। মই সিহঁতক বিমুখ কৰাৰ কাৰণেই সিহঁতে মোক এনে কৰিছে। স্বামীৰ সন্তান নোহোৱা হলে এই অপমান সহ্য কৰাতকৈ কাহানিবাই আত্মহত্যা কৰিলোহেঁতেন। এতিয়া এই সন্তানটোৰ মৰমতেই জীয়াই আছোঁ।

তাই তলমূৰকৈ মনে মনে থাকিল।

"আপোনাৰ নামটো জানিব পাৰোনে? কিবা এটা পুৰণা কথা মনত পৰাত সি হঠাৎ তাইক সুধি পেলালে।

"মোৰ নাম কাঞ্চন"। সৰু ছোৱালী এজনীৰ দৰেই তাই উত্তৰ দিলে। "কাঞ্চন"! অলপ চক খাই সি ক'লে। এই 'কাঞ্চন' নামটোৱে তাৰ মনটোক ঠেলি লৈ গ'ল বহুত দিনৰ, বহুত বছৰৰ আগৰ পুৰণা ঘটনা কিছুমানৰ মাজলৈ।

"আপোনাৰ আইৰ নাম কি আছিল"? সি পুনৰ সুধিলে। 'মালতী'! কিয় ডাঙৰীয়া আপুনি সেই ঠাইৰে মানুহ নেকি?

"নহয় এনেয়েহে সুধিলোঁ" হঠাতে সি মিছা কথাষাৰ কৈ পেলালে। পুৰণা দিনৰ স্মৃতিৰ মাজত সি কাঞ্চনহঁতৰ কাহিনীটোক জিলিকি উঠা দেখিবলৈ পালে।

জন্মৰ দুমাহ পাছতেই কাঞ্চনে দেউতাকক 'হেৰুৱালে'। একমাত্ৰ মাকেই আছিল তাইৰ জীৱনৰ সৰ্ব্বস্ব। দুৰ্ভাগ্যই তাৰ পাছ লৈছিল—তিনি বছৰ বয়সত তাই মাকজনীকো হেৰুৱালে দূৰ সম্পৰ্কীয় দদায়েক গণেশৰ আশ্ৰয়কে লবলৈ তাই বাধ্য হ'ল।

মাউৰী ছোৱালী হেনো টেঙৰ। কিন্তু এইটো জানো বেয়া গুণ? লৰা-ছোৱালীৰ চৰিত্ৰই গঢ় লই জন্মদাতৃ মাতৃৰ প্ৰশাসনৰ তলত থাকি। মাউৰী ছোৱালীৰ যে এইকন

সুযোগৰ অভাৱ। তাই ঢেঙৰ নহলেও দুটা কথা শিকিব কেনেকৈ? সঁচা, কাঞ্চনে যিমান কথা জানে দদায়েকৰ জীয়েক-হঁতে তাতকৈ বহুত ক'ম জানে। সিহঁতে তাইক ভয় কৰে, হিংসা কৰে।

দদায়েকৰ ঘৰতেই এদিন তাই যৌৱনক আদৰিলে। যৌৱনৰ আগমনত তাই আগতকৈ আৰু ধুনীয়া হৈ পৰিল। অৱশ্যে যৌৱনৰ অতুলনীয় অৱদানে তাইক ধুনীয়া কৰি তোলা-তকৈ দেহৰ গঠন আৰু লাৱণ্যইহে তাইৰ যৌৱনটোক ধুনীয়া কৰি তোলা যেন লাগিছিল। যৌৱনটো তাইৰ সৌন্দৰ্য্যৰ এটি পৰিপূৰকহে যেন আছিল।

একেগাৰঁৰে ডেকা মদনৰ আপোন বুলিবলৈ কোনোৱেই নাছিল। পৈতৃক সম্পত্তিও কম। এটা মানুহকনো তাতকৈ বেচি কেলৈ? তাৰ আকালো নাই, ভৰাঁলো নাই। গাৱঁৰ যেয়ে মাতে, তাৰে ঘৰলৈ যায়। কাম, বন, দুই এটা কৰি দিয়ে, সমাদৰ পায়। তাৰ দেহত শক্তি আছে; বুকুত সাহ আছে, প্ৰাণত উদ্যম আছে। কিন্তু তাৰ অন্তৰত এই সকলো-বিলাকতকৈ ডাঙৰ বিচাৰ নোপোৱা বুজি নোপোৱা কিবা এটি শাক্ত সুপ্ত হৈ আছিল, যিটোক সি ৰূপ-যৌৱন ভৰা কাঞ্চন-জনী দেখোতেহে অনুভৱ কৰিব পাৰিছিল। তাৰ যৌৱনৰ বাঙলী পুৱাত তাই নতুন ৰূপত ভুমুকি মাৰিলে। তাইৰ শৰীৰটোত সি দেখা পালে, সৌন্দৰ্য্য, মোহ; মাদকতা। তাইক নিজৰ কৰি লবলৈ তাৰ অন্তৰত অদম্য হেঁপাহ জাগি উঠিল। কাঞ্চনৰ দদায়েকৰ ঘৰলৈ যোৱাটো তাৰ দৈনন্দিন কৰ্ম্মসূচীত নকৈ অন্তৰ্ভূক্ত হৈ গ'ল।

তাৰ কোনো নথকাৰ কাৰণেই কাঞ্চনে তাক পুতৌ কৰে,



মৰম কৰে, স্নেহসনা মাতষাৰ মাতি গৰম চাহ গিলাচ হাতত তুলি দিয়ে।

প্ৰেম লাহে লাহে গভীৰ হৈ আহিল।

আহিনী পথাৰখনত তাই ভুঁই ৰোৱে। সিমূৰৰ হাবিখনৰ মাজেদি মদন আহে। তাইক লগ ধৰিব। সি আজি তাৰ অন্তৰৰ সাচঁতীয়া গোপনতম কথাবোৰ তাইক নিঃসঙ্কোচেৰে জনাব, তাইৰ সন্মতি বিচাৰিব। ইমান বহল পথাৰখনৰ মাত্ৰ এই সৰু অংশটোৱেই ৰুবলৈ বাকী। এয়াই কাঞ্চনহঁতৰ মাটি। দদায়েকৰ অসুখ নোহোৱা হলে সিহঁতৰ খেতি ইমান পিছ নপৰে। সি মৰমতে দুদিন হাল ধৰি দিয়াতহে কাঞ্চন-হঁতে ৰুবলৈ সক্ষম হৈছে। কালি সি হাল বাই যোৱা মাটি কেই ডৰাৰ মাত্ৰ দুডৰা ৰুবলৈ বাকী থাকি গ'ল। সেই কাৰণেই তাই আজি অকলে ৰুবলৈ আহিছে।

সি আহি তাইৰ ওচৰ চাপিলহি। তাই তাক দেখিও নেদেখাৰ ভাও জুৰিলে। সি একেথৰে তাই ভুঁই ৰুই থকালৈ চাই থাকে। ইমান খৰকৈ এই কাঞ্চনজনীয়ে ৰু'ব পাৰে। সি আচৰিত হ'ল। কথা কবৰ সুযোগ তাই নিদিয়ে। সিওঁ মনতে ভাল পায়। ধুনীয়া কাঞ্চনজনীৰ মোহলগা সৌন্দৰ্য্য-খিনি সি নীৰৱেই উপভোগ কৰে। সন্মুখলৈ হাঁউলী ভুঁই ৰুই যাওঁতে অনাবৃত হৈ পৰা বুকুৰ কোমল অংশটোক সি দেখা পায়। তাইৰ মাংস বহুল নিতম্ব, তেজোদ্দীপ্ত গাল দুখনলৈও সি চালে। তাৰ দেহ আৰু মন দুয়োটাই তাইৰ দেহ আৰু মনৰ লগত যিমান দূৰ সান্নিধ্য সম্ভৱপৰ হ'ব পাৰে সেইখিনি সেই ঠাইতেই পাবৰ কাৰণে উদ্বাউল হৈ পৰিল। সি আৰু নীৰৱ হৈ থাকিব নোৱাৰিলে। সি তাইক কলে—

"তই বৰ ধুনীয়া অ' কাঞ্চন"। মৰম সনা, সহানুভূতি বিচৰা মাত।

"যা কটা নিলাজটো" কৃত্রিম ক্রোধ দেখুৱাই তাই উত্তৰ দিয়ে। ওঁঠ দুটা টিপি ধৰি তাৰ ফালে অলপ ঘোপা কাৰ তাই চাইপঠিয়ালে।

"তামোল এখন দে বাৰু" আকুল আৱেদনটোত হঠাতে তীব্র ঠেকা খাই, সি কাতৰ সুৰত তাইৰ পৰা তামোল এখনৰ বাহিৰে আন একোকে বিচাৰিব নোৱাৰিলে।

তাই সকলো বুজে। তাই মৰম কৰে তাক। চাদৰৰ আগত বান্ধি নিয়া তামোল এখন তাক দিলে। সি তাইৰ হাতখনত ধৰি কাষলৈ চপাই নিলে। তাৰ মৰমবোৰ ওঁঠ দুটাৰ পৰা তাইৰ কোমল পুৰঠ গাল দুখনত বিয়পি পৰিল। তাৰ উদণ্ড হাত দুখন লাহে লাহে বুকুৰ ওপৰলৈ আগবাঢ়ি গ'ল। "এহোঁ এতিয়া নহয়"। একে টানে তাই নিজক তাৰ বাহুপাশৰ পৰা মুক্ত কৰি কৈ উঠিল।

সি লাজ পালে। নিজৰ দুৰ্ব্বলতা, নিজৰ ভুলত।

তাই কঠিয়া এমুঠি হাতত লৈ পুনৰ ৰুবলৈ ধৰিলে।

মানুহে ৰুই শেষ কৰা পথাৰখনৰ ৰোৱাবোৰত এইবাৰ মদনৰ চকু পৰিল। সেইবোৰ এতিয়া হালধীয়া হৈ থকা নাই। আগৰ ঈষৎ হালধীয়া ৰোৱাবোৰে এতিয়া প্ৰাণ পাইছে। সেউজীয়া হৈ পৰিছে। সজাল ধৰা সেউজীয়া ৰোৱাবোৰৰ বুকুত সি তাৰ নিজৰ জীৱনৰ সজীৱতাখিনিক উপলব্ধি কৰিছে। তাৰ চকুৰ আগত এখন নতুন শস্যক্ষেত্র উপঙি উঠিছে। সি আৰু কাঞ্চনে এই নতুন শস্যক্ষেত্ৰত কৰ্ষণ কৰিব। এই শস্যক্ষেত্ৰত সিহঁতে ৰোপণ কৰিব মৰমৰ বীজ আৰু সেই



বীজৰ পৰা অঙ্কুৰিত হোৱা পুলটিয়েও এই সজাল ধৰা ৰোৱা বোৰৰ দৰেই ঠনধৰি উঠি সিহঁতক যোগাব আনন্দৰ প্ৰাচুৰ্য্য। অদূৰ ভৱিষ্যতৰ মাধুৰ্য্যময় দিনবোৰৰ কথা কল্পনা কৰি সি অপৰিসীম তৃপ্তি পায়।

সি লাহে লাহে আতঁৰি গ'ল। ডাঙৰ হাবিখনৰ বুকুত সোমাই সি অদৃশ্য হৈ পৰিল।

মদনে ভাবিব পৰা নাছিল যে তাৰ বিবাহ প্ৰস্তাৱটো কাঞ্চনৰ দদায়েকে ইমান নিৰ্দ্দয়ভাৱে প্ৰত্যাখ্যান কৰিব। পৰশ্ৰীকাতৰ দদায়েকে তাইৰ ইমান সুখ কেনেকৈ চকুৰ আগত চাই থাকিব? একেবাৰে অসম্ভৱ।

মদনে হাঁহি এটি মাৰিলে।

ঘূৰাই ঘূৰাই পকাধানৰ থোকেৰে বন্ধা পকাধানৰ মুঠিটোক দৃঢ় কৰা লগে লগে মদনৰ কথাবোৰেও কাঞ্চনৰ মনত পাক লবলৈ ধৰিলে। এৰা, তাই পলাই যোৱাই ভাল। সিহঁতৰ দৰে এহাল কৰ্ম্মী প্ৰাণীয়ে যুগ্ম জীৱনক পৃথিৱীৰ যেই কোনো ঠাইতেই সুখী কৰি ল'ব পাৰিব। তাই আকৌ এবাৰ তাৰ ফালে চায়। তাৰ সুস্থ সবল দেহাটো, কৰ্ম্মবহুল বাহু দুটা, প্ৰশস্ত বুকুখনলৈ চাই, তাই, তাক মত দিয়ে। সিহঁত পলাই যাব। বহুত দূৰলৈ—কোনোবা অজান ঠাইলৈ।

সিহঁত পলাল।

ৰাঙলী ৰিজাৰ্ভৰ বুকুত আহি ন-পমুৱাৰ মাজত সিহঁতে ন-ঘৰ সাজিলে। ন-কৈ চহোৱা ন-ভাঙনি মাটিত নদন

বদন হৈ উঠি অহা শস্যবোৰে প্ৰকৃতিৰ লগত সিহঁতৰ কৃষিজীৱি জীৱনৰ অৱিচ্ছেদ্য সম্বন্ধটোক বেছি নিবিড় কৰি তুলিলে। সিহঁতৰ আশাবোৰ পূৰ্ণ হৈ উঠিল। মানসিক চিন্তা; দৈহিক পৰিশ্ৰম সবলোতে, সেই সৰু ঘৰখনত প্ৰতি নিশাই বিদায় দি ধল পুৱাতে কামত লাগি যাবলৈ সিহঁতে নতুন উদ্যম লাভ কৰিবলৈ ধৰিলে।

কৃষিয়েই কৃষকৰ জীৱন।

আগৰদৰে কাঞ্চনে এতিয়াও পথাৰত ভুঁই ৰোৱে। তাহানিৰ দৰে এতিয়া মদনৰ সৈতে চুপতি মাৰিবৰ অৱসৰ বা প্ৰয়োজন তাইৰ নাই। সি তাইৰ কাষতে কাম কৰি থাকে। আগৰ দৰে সি এতিয়া লাজ নকৰে। টিকাৰ ওচৰলৈকে চুৰীয়াখন কোচাঁই সি পথাৰত আলি দিয়ে। হাল বায়, মাটি মৈয়ায়। একেলগে পথাৰত কাম কৰি থকা কাঞ্চনলৈ সি কেতিয়াবা একোবাৰ চায়। কৰ্ম্ম তৎপৰ হাত দুখনেৰে যন্ত্ৰবৎ অদ্ভুত ক্ষিপ্ৰতাৰে তাই কঠিয়া তোলে, ভুঁই ৰোৱে। সি জানো অকল তাকে দেখে? সি তাইৰ যৌৱনটোক দেখে। কিন্তু তাই এতিয়া আগৰ দৰে হাউলী যাওঁতে ওলাই পৰা দুগ্ধধাৰ দুটিক ঢাকি ৰখাৰ কথা নেভাবে; লাজো নকৰে। যদি কেতিয়াবা চাৰি চকু মিলি যায়, তাই হাঁহে।

সচাঁ, ভগৱানে সিহঁতৰ সুখ নসহিলে; নিয়তিৰ জয় হ'ল। তাইৰ সহস্ৰ প্ৰাৰ্থনা ভগৱানে নুশুনিলে। তাইৰ অক্লান্ত পৰিচৰ্য্যাই কালৰ কৰাল গ্ৰাসৰ পৰা মদনক এৰুৱাই আনিব নোৱাৰিলে। টাইফয়েডক জানো ঔষধ নহলে খেদিব পাৰি? মদনক মৃত্যুৱে টানি নিলে।

সোণৰ সংসাৰ উৰঁলি গ'ল।



মদন আৰু কাঞ্চন পলাই যোৱা ঘটনাটোৱেই হৰেশ্বৰৰ মনত শেষ স্মৃতি হিচাপে ৰৈছিল। ইয়াৰ পৰবৰ্ত্তী ঘটনাবোৰ তাৰ অযুগত নাছিল। তাইৰ ভাবিব নোৱাৰা দুৰৱস্থাটো চকুৰ আগত দেখা পাই তাৰ বৰ দুখ লাগিল।

অলপ দূৰত কেইটামান ডেকাই সিহঁতৰ ফালে চাই ফিচিঙা-ফিচিঙি কৰি থকা দেখি তাৰ খুউব খং উঠিল। সিহঁতক একেলগে বহুত কথা শুনাই দিব খুজিলে। সিহঁত নহলেও সিহঁতৰ দৰে কিছুমান কাণ্ডজ্ঞানশূন্য ডেকাই আজি তাইক এনেদৰে অন্যায়, অবিচাৰ কৰি দুৰ্ভাগ্যৰ মুখলৈ ঠেলি পঠিয়াইছে।

জেপত হাতখন ভৰাই সি এটকাৰ নোট এখন উলিয়ালে। কাঞ্চনক সি টকাটো দিব খুজিলে। কিন্তু তাই হাতখন কোচাই নিলে। এটকা তাই কিয় ল'ব? ইমান খিনি পইচা এজন মানুহৰ পৰা ল'বলৈ তাইৰ অধিকাৰ ক'ত? তাই এজন যাত্ৰীৰ পৰা এক অনা বা দু অনা পালেই যথেষ্ট। সি তাইক দুৱনী এটা জেপৰ পৰা উলিয়াই দিলে। এইবাৰ তাই হাত পাতি ল'লে। কোলাত থকা কেচুৱাটোৱে তাৰ ফালে চাই মৃদু হাঁহি এটা মাৰিলে। সেই হাঁহিটোত সি অনুভৱ কৰিলে এক নতুন আনন্দ—ভগৱানে যেন তাৰ প্ৰতি হঠাৎ প্ৰসন্ন হৈ গ'ল। এৰা, সৰলতাৰে ভৰা শিশুৰ অন্তৰত ভগৱান নেথাকিব কিয়? তাৰ ভাল লাগিল।

তাইক যাওঁ বুলি সি বিদায় লৈ আহিব খোজোঁতেই তাই তাক সুধিলে, "ডাঙৰীয়া আপুনি কোনফালে যাব? আপোনাৰ ঘৰ ক'ত?" —"মই ডিব্ৰুগড়লৈ যাম। ঘৰ ৰংঘৰৰ ওচৰতে।" কথাষাৰ শেষ কৰিয়েই সি আহি বাচত উঠিলহি।

কাঞ্চনে অপলক দৃষ্টিৰে তাৰ ফালে চাই থাকিল।

বাচত অহা মহিলা যাত্ৰী গৰাকীয়েও তাৰ ফালে চালে। নিৰুপায়ত পৰি সি আহি বাচ চলা মুহূৰ্ত্তটোলৈ অপেক্ষা কৰিবলৈ ধৰিলে। বাচখন চলিলেই যেন সি ৰক্ষা পৰে।

ঘণ্টা বাজিল। বাচখন চলিল।

কিছুদূৰ চলি যোৱাৰ পাছত সি উভটি চাই দেখিলে কাঞ্চনে তেতিয়াও চলন্ত বাচখনলৈকে চাই আছে।

পৰীক্ষাত ফেল কৰাৰ কথা সি পাহৰি গ'ল। কাঞ্চনৰ জীৱন কাহিনীটোৱে তাক সকলো পাহৰাই পেলালে।

সি মহিলা যাত্ৰী গৰাকীক এইবাৰ পৰ্য্যবেক্ষণ কৰিলে। টাইটব্ৰেষ্টৰে অসমান বুকুখন বেছি উচ্চ কৰি পেলাইছে। ছুয়োকাষৰ অসমান খিনিৰ মাজেদি কোঁচাই লোৱা চাদৰখন পিঠিফাললৈ পাৰ কৰি নিছে। সন্মুখৰ ডিঙিৰ পৰা বহুত তললৈকে বুকুৰ বহল অংশ এটাক পাতল পাটৰ ব্লাউজে ঢাকি ৰখা নাই। তাৰ খং উঠিল। ই যেন মাতৃ জাতিৰ এটা অপমান, সুন্দৰৰ অৱমাননা। কাঞ্চনজনী কিমান ছখীয়া! অথচ তাই দেহৰ যৌন আবেদনকাৰী অঙ্গবিলাকক ফটা-চিতা কাপোৰ বিলাকেৰেই কেনেকৈ ঢাকি ৰাখিছে। সমাদৰ কৰিবলগীয়া যৌৱনৰ—গৌৰৱময় অভিব্যক্তিবোৰক যেন মহিলা গৰাকীয়ে উদ্ধতালীয়ে ম্লান কৰি পেলাইছে।

এইবাৰ সি সমাজখনৰ প্ৰকৃত ৰূপটো চাবলৈ চেষ্টা কৰিলে। কাঞ্চন আজি পতিতা, সমাজচ্যুতা, এজনী নাৰী। কাঞ্চন দোষী নে নিৰ্দ্দোষী, সেইটো বিচাৰ কৰাৰ প্ৰয়োজন সি দেখা পোৱা নাই। তাই যেনিবা এজনী মাতৃ পতিতাই, সমাজৰনো হানি কোন খিনিত? কাঞ্চনৰ জীৱনটোক কেন্দ্ৰ কৰি সি এজনী



মাতৃ পতিতা আৰু বেশ্যা পতিতাৰ মাজত সমাজে সৃষ্টি কৰা আকাশ-পাতাল ব্যৱধান খিনিক জুখি উলিয়াবৰ চেষ্টা কৰিলে।

এজনী মাতৃ পতিতাৰ নিৰ্ম্মল চৰিত্ৰটোক, জীৱনটোক এটা কামুকৰ দলে ধ্বংস কৰে। সিহঁতৰ প্ৰৰোচনাই, প্ৰলোভনে তাইৰ মনটোক ছুৰ্ব্বল কৰি পেলায়। যুক্তিৰ গড়াল ভাঙি তাইৰ সতীত্বই সিহঁতৰ ওচৰত আত্মসমৰ্পণ কৰে। নিজক জীয়াই ৰাখিবলৈ যৌৱনটোক তাই সিহঁতৰ মাজলৈ আগবঢ়াই দিয়ে। এইদৰেই তাইৰ যৌৱনটোক সিহঁতৰ কলুষভৰা কামনাত বলি দিয়াৰ পাছত যেতিয়া সন্তানৰ সৃষ্টি হয়, সিহঁতে ভয় খাই, সিহঁতে তাইৰ জীৱনটোক ধ্বংসৰ বাটত এৰি দি আঁতৰি যায়। তেতিয়াও তাই যদি নিজক সমাজৰ মাজত ৰাখিবলৈ ইচ্ছা কৰে, তেন্তে তাই ভ্ৰূণহত্যা কৰিব লাগিব। নিজৰ সন্তানক নিজ হাতে মাৰিব লাগিব।

বেশ্যাই যৌৱনৰ পোহাৰ খোলে। তাইক সমাজে এৰিব নোৱাৰে, তাইৰ সমাজত স্থান আছে। কিন্তু মাতৃ পতিতাক সমাজে নিবিচাৰে। তাই এটা সমাজৰ ডাঙৰ কলঙ্ক। কিয়নো তাই নিজক বচাব নেজানিলে, সিহঁতৰ কথা নুশুনিলে, ভ্ৰূণহত্যা কৰিব নোৱাৰিলে সেই বাবেই।

এজনীয়ে সমাজক ঠগে, সমাজৰ ওচৰত প্ৰতিশোধ লয়, সমাজৰ সৰ্ব্বনাশ সাধন কৰে; আনজনীক সমাজে ঠগে। সমাজৰ গ্লানি, কলঙ্ক, অপবাদ আদিৰ গধুৰ মোট্‌মৰা ডাঙৰ নোৱাৰা ভাৰখন তাইয়েই বহন কৰিব লাগিব কিনা যুক্তিত। তাইক সমৰ্থন জনাবলৈ, মাতিবলৈ কোনো নাই বাবেই।

এজনীয়ে সমাজৰ সৰ্ব্বনাশ সাধন কৰি সুখেৰে সমাজত জীয়াই থাকে; আনজনীয়ে সমাজচ্যুতা হৈ মুক্তিৰ পথ বিচাৰি

হাবাথুৰি খাই ফুৰিব লাগে। তাইৰ মুক্তিৰ বাবে মাথোন এটি পথ থাকে—সেয়ে হ'ল—'ব্ৰিজ অব্ চাই'। তাই আত্মহত্যা কৰিব লাগিব নিজক বচাবৰ কাৰণে।

এইখন সমাজতে সিয়ো জীয়াই আছে। সমাজৰ এই বিভৎস ৰূপটোক সি চিনি পায়, কিন্তু কৰিব কি? সি যদি ইয়াৰ বিৰুদ্ধে কিবা কবলৈ যায়, সমাজৰ চকু তাৰ ওপৰত পৰিব, সমাজে তাক খেদি আহিব। সি যদি কিবা লিখে, তাৰ লিখনীক ভিত্তিহীন অলীক আৰু অশ্লীল বুলি প্ৰতিপন্ন কৰিবলৈ সমাজ উঠি পৰি লাগিব। সি শেষত নিজক বচোৱা টান হবগৈ।

কেতিয়ানো বাচ আহি ডিব্ৰুগড় পালেহি—সি গমকে নাপালে। বাচ ষ্টেণ্ডত বাচখন ৰখোৱাতহে তাৰ চেতনা আহিল। বাচৰ পৰা নামিয়েই সি দেখিলে—সন্মুখৰ খিলিপানৰ দোকানখনৰ ওপৰত লগাই থোৱা চিনেমাৰ ডাঙৰ পষ্টাৰ এখন। দুদিন আগৰে পৰা হোৱা 'পতিতা' নামৰ চিনেমাখনৰে সেইখন পষ্টাৰ। পষ্টাৰখনৰ 'পতিতা' আখৰ কেইটাৰ তলতে বিষণ্ণ-বদনা এজনী পতিতাৰ ছবি এখন আঁকা আছিল। সেই ছবিখনৰ বুকুত সি কাঞ্চনৰ জীৱনটো প্ৰতিফলিত হৈ উঠা দেখিবলৈ পালে। এজনী পতিতাৰ জীৱন অধ্যয়ন কৰিয়েই সি গোটেই বাটছোৱা পাৰ কৰি দিলে। পুনৰ তেনে এজনী নিৰ্য্যাতিতা পতিতা নাৰীৰ লাঞ্চনা চিনেমা হলত চকুৰে চাই থকা, তাৰ পক্ষে কোনো ৰকমেই সম্ভৱ নহয়।

সি হোষ্টেললৈ বুলি চিটি বাচত উঠিলগৈ।

গৰম বন্ধত অথবা পূজাৰ বন্ধত ঘৰলৈ আহোতে মৰাণ বাচ ষ্টেণ্ডটোত বাচখন ৰখোৱাৰ লগে লগে সি প্ৰত্যেকবাৰেই



চাৰিওফালে ভালকৈ চকুফুৰাই চায়। সি কিন্তু কোনো এবাৰেই তাইক দ্বিতীয় বাৰৰ কাৰণে বাচখনৰ ওচৰলৈ পইচা খুজি অহা দেখা নাই অথবা সেই গছ জোপাৰ তলতো বহি থকা দেখা নাই। তাই চাগৈ সেই ঠাই এৰি ক'ৰবালৈ গুচি গ'ল। জানোবা তাই মৰিলেই। তাই মৰিলেও সি জানিবৰ কোনো উপায় নাই। তাই যদি জীয়াই আছে তেন্তে এজনী সমাজচ্যুতা পতিতা নাৰী বুলি গণ্য হৈ সমাজৰ অন্যায় আৰু অবিচাৰৰ জীৱন্ত প্ৰতিমূৰ্ত্তি হিচাবেই জীৱাই আছে। জীয়াই থকাটো তাইৰ দোষ বা ভুল নহয়। যাত্ৰী তাই মৰণৰ সীমাৰেখাত উপনীত নোহোৱা পৰ্য্যন্ত তাই আগবাঢ়ি যাবই লাগিব। কিন্তু সি আজি নিৰ্ভীকভাৱে স্বীকাৰ কৰিব যে, স্বাৰ্থপৰ সমাজৰ চকুত ধৰা নপৰিলেও তাইৰ পথটো বাচত পইচা বিচৰা হিন্দুস্থানী তিৰোতাজনীৰ অথবা মহিলা যাত্ৰী গৰাকীৰ পথটোতকৈ হাজাৰ গুণে সুগম, উজ্জ্বল আৰু পবিত্ৰ।

---

# মাতৃ

তাইৰ লাজ লাগিছিল। সঁচাকৈয়ে। খুব লাজ।

খিৰিকীৰ বগা ৰং সনা গ্লাচৰ আৰু বগা পৰ্দ্দাৰ মাজেদি বহিৰ্জগতৰ সমূহ দৃশ্যাৱলী তাইৰ দৃষ্টিৰ বহিভূত হৈ ৰবলৈ বাধ্য হৈছিল; কিন্তু সেইবোৰৰ মাজেদিয়েই পোহৰৰ ৰশ্মিবোৰ সৰকি আহি ভিতৰৰ বেৰবোৰত নিজৰ প্ৰতিবিম্ব চাই আত্মহাৰা হৈছিল। এখন টেবুল ফেনৰ পৰা সৃষ্টি হোৱা গোঁ গোঁ শব্দটোৱে কোঠাটোৰ নিজান পৰিবেশটো ভঙ্গ কৰিবৰ চেষ্টা চলাইছিল। শিলগুটি এটা দি হেঁচি ৰখা কাগজ কেইখিলামানে ফেনৰ বতাহত নাচি উৰি যাবৰ চেষ্টা চলাই ব্যৰ্থ হৈছিল। মেজখনৰ ওপৰতেই থাকি নৃত্যৰ মৃদু ঝঙ্কাৰবোৰ বতাহত উটুৱাই দিছিল।

নিঃসঙ্গতাৰ মাজত তাইৰ মুহূৰ্ত্তবোৰ আহাৰ মাহৰ দীঘল দিনবোৰতকৈও বেছি দীঘল হৈ পৰিছিল। তাইৰ গোটেই দেহাটো ভাগৰত অৱশ হৈ পৰিছিল। কিন্তু তাইৰ মনটো তেতিয়াও অস্থিৰ হৈয়ে থাকিল। এইবাৰ মনটো আগবাঢ়ি গ'ল—তেনেই অকণমানজনী হৈ থকাৰ পৰা আজিৰ মানুহজনী হোৱালৈকে যিবোৰ পৰিবৰ্ত্তন হৈছে, সেইবোৰৰ মাজত সোমালগৈ।

এছোৱা তাই পাহৰিলে। মাকৰ কোলাত সোমাই গাখীৰ খাই থকাৰ পৰা, খোজকাঢ়িবলৈ শিকি লৰি ঢাপৰি



ফুৰিব পৰাজনী হোৱালৈকে, যিবোৰ কাম কৰিছিল, যিবোৰ কথা কৈছিল—সেইবোৰ পাহৰিবৰ কথাই। তেতিয়ানো তাইৰ মগজুৰ বুদ্ধি কিমান হৈছিল?

কিছুমান কথা তাইৰ মনত পৰিছে। তিনি আৰু পাঁচ বছৰ মানৰ ভিতৰৰ কথা। মাকে তাইক জোৰ কৰি জাঙিয়া এটা পিন্ধাই দিছিল। তাই কিন্তু উলঙ্গ হৈ থাকিবলৈহে ভাল পাইছিল। নাইটোৰ দু-আঙুলমান তলত নামি থকা জাঙিয়াটোৱে সততেই তাইক অসুবিধা দিছিল। মন গলে ধেমালি কৰা ঠাইতে খুলি লৈ গুচি আহিছিল। ভয়ত কেতিয়াবা অনিচ্ছাৰে হয়তো বহুত সময় জুৰি সেইটো পিন্ধি থাকিব লগা হৈছিল। সেইটো প্ৰায়েই তিতি আছিল আৰু তাৰ পৰা ওলোৱা খাৰ যুক্ত গোন্ধটো মাকে সততেই পাইছিল। লাজ কাক কয়, সেইটো বুজিব পৰা ক্ষমতা তেতিয়া তাইৰ নাছিল।

ছয় সাত বছৰৰ ভিতৰত লাহে লাহে বুজিছিল যে সমান বয়সৰ লৰাতকৈ, যেই কোনো স্থানতেই তাই বিবস্ত্ৰা হৈ ফুৰাটো বেছি অশোভনীয়। তাইক মাকে তেতিয়া জোৰ কৰিবলগীয়া হোৱা নাছিল। তাই নিজেই কাপোৰ পিন্ধিছিল। অন্ততঃ জাঙিয়াটো, তাইৰ অজ্ঞাতেই লাজটো জাঙিয়াটোৱে ঢাকি ৰখা দেহৰ সৰু অংশটোত সোমাই পৰিছিলহি।

আঠ, ন আৰু দহ। তাৰ পিছত এঘাৰ আৰু বাৰ। তাইৰ লাজটো সৰু জাঙিয়াটোৱে ঢাকি থোৱা ঠাইখিনিতে আবদ্ধ হৈ নাথাকে। লাজটো সমগ্ৰ দেহত পৰিব্যাপ্ত হৈ পৰে। কৰঙন দুটাই দি তলৰ ফালে কলাফুল আৰু সৰু গাথিলৈ নামে। নাইটোৰ ওপৰলৈ উঠি বুকুখন ডিঙিটো

পাৰহৈ চকু দুটা আৰু নাকটো স্পৰ্শ কৰেগৈ। তাইৰ ফালে কোনোবাই চালে ৰঙা-চিঙা পৰি যায়—নিজে বুজি নোপোৱাকৈয়ে।

এজনী কাউৰী আহি তাই থকা কোঠাটোৰ ওপৰত পৰিছেহি। তাই গম পাইছে। তাইৰ কাৰণেই কিবা এটা ভাল বা বেয়া সংবাদ এই পক্ষীজনীয়ে লৈ আহিছে। কিবা এটা খুটি খোৱাৰ শব্দ তাই শুনিছে। ইয়াৰ পাছত হয়তো তাই ৰ'মলিয়াব। তেতিয়া তাই বুজিব ভাল বেয়া।

ঠিক তেৰ বছৰ হৈছিল তাইৰ। যৌৱনৰ চঞ্চলা ফাগুনে তাইক এদিন আহি জনাই গ'ল—তাই আৰু ছোৱালী হৈ থকা নাই, তাইৰ জীৱনলৈ বসন্ত আহিছে, অচিৰে হ'ব তাই পূর্ণযৌৱনা বাসন্তী। ছিঃ কিমান লাজ লাগে এতিয়াও সেই-বোৰ কথা মনত পৰিলে। সেইদিনা পুৱা শুই উঠোতে তাই তলপেট আৰু ককালত অলপ বেদনা অনুভৱ কৰিছিল, উৰু দুটাও গধুৰ গধুৰ যেন লাগিছিল। তাই যদি আগতে জানিলেহেঁতেন! কমটো লাজত স্কুলৰ পৰা সেইদিনা সোন-কালেই গুছি আহিব লগা হৈছিল নে তাই? সেইদিনা তাইৰ লাজ লাগিছিল—সিহঁতৰ ঘৰৰ, পৰিয়ালৰ, মানুহবোৰৰ আগত ওলাবলৈ, কথা পাতিবলৈ।

চৌধ্য, পোদ্ধৰ আৰু ষোল বছৰ। এই সময় ছোৱাত তাইৰ নাৰীত্বৰ বিকাশ ঘটিছিল। সেউজ অনুভূতি আৰু কল্পনা বোৰে তাইৰ মনৰ নির্মেঘ নীলিমাৰ বুকুত আল্পনা আঁকিছিল। কেতিয়াবা গুপুত অভিসাৰে তাইৰ কল্পনা-প্রৱন মনটোক অধীৰা, উন্মনা কৰি তুলিছিল। সত্তাটোলৈ অহা নিঃসঙ্গতা বোধে তাইক সমাজৰ চিৰপ্রচলিত নীতি-নিয়মবোৰ উলঙ্ঘা কৰাই লৈ যাব খুজিছিল—এইবোৰ যৌৱনৰ দোষ।



কোঠাটোৰ বেৰত ওলোমাই ৰখা ঘড়ীটোৱে সাৰ পাইছে। টং টং কৰি চাৰিটা কোব মাৰিছে।

বছৰ বাগৰাৰ লগে লগে তাইৰ মনলৈও পৰিবৰ্তন আহিল। তাই নিজক সংযত কৰি পেলালে। সকলোৰে লগত চঞ্চল হীনতাৰে, মুক্তভাৱে তাই কথা পাতিব পৰা হ'ল। আগৰ সংকোচবোৰ মনৰ পৰা উৰি গ'ল।

তাইৰ বিয়াৰ বন্দবস্ত হৈছিল। লাজৰ লগতে তেতিয়া ভয়ো লাগিছিল। নকৈ এখন অচিনাকি ঘৰক আপোন বুলি সাৱটি ধৰিবগৈ লাগিব। এজন অচিনাকি পুৰুষক প্ৰাণৰ আৰাধ্য দেৱতা কৰি লব লাগিব। তাই জানো সেইখন ঘৰৰ কামবোৰৰ কিবা আতি গুৰি পাব? মানুহবোৰক জানো যথোচিত স্নেহ, সন্মান আৰু ভক্তি কৰিব পাৰিব? সেইখন ঘৰৰ মানুহ বোৰেও তাইক জানো আপোন বুলি মনত অধিকাৰ দিব? ক'ৰবাত যদি ভুল লাগি যায়? তাইৰ বৰ ভয় লাগিছিল।

জীৱনৰ আউলবোৰ সময়েই ভাঙ্গি দিয়ে।

এটা দিনৰ কথা তাইৰ মনত নিগজীকৈ বহি আছে। খুৱা খুবুনিৰ দিনটো। সেইদিনা তাইৰ অসহায় মনটোৱে মানৱৰ কল্পনা আৰু অনুভূতিৰ দিগন্তৰ সিপাৰে থকা, অসীম শক্তি সম্পন্ন বিৰাট শক্তিটোক হাজাৰবাৰ প্রার্থনা জনাইছিল। তেওঁ যেন তাইৰ খুৱা খুবুনীৰ ৰাতিটোক মাধুর্য্যময়, সার্থক কৰি তোলে। কিন্তু তাতেই জানো তাইৰ দাম্পত্য জীৱনৰ কামনা শেষ হৈ গ'ল। ওহো, নহয়? তাইক অন্য এটা ডাঙৰ বস্তুৰ প্রয়োজন হৈছিল। এইটো বিচাৰে যেই কোনো বিবাহিতা তিৰোতাই। ইয়াক লাভ কৰিব নোৱাৰিলে তেওঁলোকৰ

জীৱন অসাৰ্থক, নিষ্ফল। লাহে লাহে তাইৰ মনটোৰে গোপনে মাতৃত্বৰ দাবী কৰি আহিছিল। এটি সন্তানৰ প্ৰয়োজন তাই অন্তৰাত্মাত অনুভৱ কৰি আহিছিল।

সৃষ্টিৰ প্ৰেৰণাত উন্মত্ত এদল কুকুৰৰ সংগ্ৰামৰত মুহূৰ্ত্তৰ অসহ্য কোলাহলে তাইৰ মনটোক সেই ফাললৈ টানি নিয়ে। সিহঁতৰ ওপৰত তাইৰ খং উঠে। নিজৰ ওপৰতো।

তিনিটাকৈ বছৰ পাৰ হৈ গ'ল। তাই নকৈ সোমোৱা ঘৰখনত বহুত পৰিবৰ্ত্তন ঘটিল। ননদেক এজনীক বিয়া দিয়া হৈ গ'ল, এজনী গাভৰু হ'ল। একমাত্ৰ দেওৰেকটোলৈও এবছৰৰ পাছতে বিয়া কৰালে। তাই নতুন এজনী ভনীয়েক পালে। কেৱল ভনীয়েক হিচাবেই নহয়, আৰু এবছৰ পাছত এটি কেচুৱাৰ মাক হিচাবেও পালে।

স্বামীৰ ঘৰখনত তাইকলৈ সমালোচনা চলিছিল। শাহুৱেক গধাকীৰ লগত ওচৰৰ তিৰোতা দুই এজনীয়ে আহি কথাৰ মহলা মাৰে। শাহুৱেকৰ হুমুনিয়াহে তাইৰ অন্তৰখন দগ্ধ কৰি পেলালে। সন্দেহ, চিন্তা আৰু নিৰাশাই তাইৰ মনটোক আগুৰি ধৰিলে। এই মানুহবোৰে তাইৰ বিষয়ে কিয় ইমান কৈ ভাবিব লাগে? আজি তিনি বছৰ ধৰি তাইৰ ভিতৰত থকা নাৰীজনীয়ে মাতৃত্বৰ অধিকাৰ লাভ কৰিব নোৱাৰি গোপনে কান্দি কান্দি শুকাই ক্ষীণাই যাবযে লাগিছে, এই মানুহবোৰে নেদেখে কিয়?

ক্লান্তিৰ দীৰ্ঘ নিশ্বাস এটা তাই এৰি দিলে।

এবাৰ তাই তিনিমাহ ঋতুমতী নোহোৱাকৈয়ে আছিল। তাইৰ মনটো ভাল লাগি গৈছিল। কিন্তু ই আছিল নিয়তিৰ ভুৱা। অদৃষ্টৰ এই প্ৰবঞ্চনাটো এদিন ধৰা পৰি গ'ল, তাই



পুনৰ স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিল। তাই আঘাত পালে, মনটো ভাগি গ'ল। সৰল প্ৰাণা কোনো কিশোৰীয়ে অকৃত্ৰিম ভক্তিৰে ক'ৰা সান্ধ্যকালীন আৰতিত কৈও বেছি আন্তৰিকতাৰে তাই জীৱনৰ অফুৰন্ত প্ৰেৰণাৰ একমাত্ৰ নিৰ্গুণ উৎস, ভগৱানক খাটিছিল, প্ৰাৰ্থনা জনাইছিল।—তাইক যেন তেওঁ জীয়াই থাকিবলৈ অন্ততঃ অলপ বল দিয়ে, ধৈৰ্য্যশক্তি দিয়ে। নিষ্ঠাৰে সৈতে কৰা সেই ভক্তিত তাইৰ চকুলো ওলাই আহে। ভগৱানেইতো একমাত্ৰ আশ্ৰয়ৰ শেষ আবাস। তাকে নকাষলে তাইৰ দৰে ভগ্ন হৃদয়া নাৰীবোৰ কেনেকৈ জীয়াই থাকিব?

বছৰটোৰ কোলাৰ পৰা ছটা মাহ সৰি পৰিল। লগতে সৰে অমুক্ত মাতৃত্বৰ চকুলো।

ছমাহ পাছত তাইৰ আকৌ ঋতুৰোধ হ'ল। মাহ ঘূৰাৰ লগে লগে তাইৰ দেহাটোত কিছুমান নতুন লক্ষণে দেখা দিলে। তাইৰ কিবা অসুখেই হৈছে নেকি?

গা ধুব নলগা হোৱাৰ পাছত জাৰকালিও তাই দেখোন ঘনাই বাহিৰলৈ যাব লগা হৈছিল। কিন্তু তাইৰতো পিয়াহ বেছিকৈ লগা নাছিল। তেন্তে কিয় বাৰু এইবোৰ হৈছে? পুৱা হলে মূৰটো অলপ ঘূৰাই থাকে। বঁটি অহা ভাৱ এটাও সদায় থাকে। এদিন বঁটিয়াইছিলেই। খোৱাত অৰুচি জন্মে, কিন্তু টেঙা-টোকোচা খুজি বিচাৰি আনিও খাবৰ মন যায়। গোপনেই তাই সকলো কথা ৰাখিছিল। বমি কৰাৰ দিনাহে শাহুৱেকে কথাটো গম পাইছিল। তেওঁৰ ভাল লাগিছিল। নতুন খবৰটো ওচৰ চুবুৰীয়াৰ কাণত পৰিলগৈ। ওচৰৰ তিৰোতা এজনীয়েহে ভয় ভাঙ্গি দিছিল। তিৰোতাজনীয়ে কৈছিল—সন্তানৰ মাক হ'বলৈ যাওঁতে প্ৰথমবাৰত

তাইবো তেনেকুৱাই হৈছিল, লগতে ভৰি হাতবোৰো কিছু উখহি আছিল।

এবা, তাই অন্তঃসত্ত্বা হৈছে।

চাৰি পাঁচ মাহমানৰ ভিতৰৰে কোনোবা দিন এটাত হঠাৎ তাই প্ৰথমবাৰৰ কাৰণে অনুভৱ কৰিলে, তাইৰ উদৰৰ ভিতৰত কিবা এটা জীৱন্ত বস্তুৰ অস্তিত্ব।

তাৰ পাছত তাই নিজেই ভালকৈ বুজি পোৱা নহয়, তাইক দেখা পোৱা সকলো মানুহেই কথাটো বুজি পাইছিল। লাজতে তাই ইঘৰ সিঘৰলৈ যোৱাটোও বাদ দিলে। কিন্তু এই লাজটোৰ লগতে ওতঃপ্ৰোতভাৱে জড়িত হৈ আছিল—এটা ডাঙৰ, মহান গৰ্ব্ব—সেই গৰ্ব্ব মাতৃত্বৰ।

এজনী মকৰা বেৰখনেদি বগাই যায়। তাইৰ বুকুত এটোপোলা কণী। ক্ষুদ্ৰ জীৱ এটিৰ অপত্য স্নেহ দেখি তাইৰ ভাল লাগিল।

সাত, আঠ মাহ পাৰ হৈ নমাহত ভৰি দিলে। দিনে দিনে তাই বেছিকৈ বেদনাবোৰ লুকুৱাই যাব লগাত পৰিল। তাইৰ কুক্ষিত, তাইৰে শোনিত পান কৰি, জীয়াই থকা, সৰু আত্মাটিৰ মৰমত তাই সকলো কৰিবলৈ ধৰিলে। অলপ বেছিকৈ খোজ কাঢ়িলে তাইৰ বুকুখন ধপ্‌ধপাই উঠে কাৰণে তাই লাহে লাহে খোজ কাঢ়ে। ককালৰ খোচনাটোও ঢিলাকৈহে মাৰি থয়। কামও বেছি নকৰে। ইমান মৰম তাইৰ।

সেইদিনা কিন্তু তাই শৰীৰৰ বেদনাবোৰ লুকুৱাই ৰাখিব নোৱাৰিলে। অশেষ চেষ্টা কৰিও যেতিয়া উদৰত খামোচ মাৰি ধৰা বেদনাটোৰ পৰা অকণমানো অব্যাহতি নাপালে, বৰঞ্চ ইয়াৰ তীব্ৰতা ক্ৰমাৎ বেছিহে হৈ যাবলৈ ধৰিলে।



এক অজানিত আতঙ্কত হঠাতে বিকট চিঞৰ এটা মাৰি দিবলৈ তাই বাধ্য হৈ গ'ল।

উস্‌, কিযে অসহ্য এই যন্ত্ৰণা! শৰীৰৰ প্ৰতিটো জোৰা যেন সুলকি পৰিব।

বাৰ ঘণ্টা তাই ঘৰতেই কটালে। তাৰ পাছত অগত্যা নোৱাৰাতহে বাধ্য হৈ তাই আস্পাতাল পাইছেহি।

তাইৰ লাজ লাগিছিল। সঁচাকৈয়ে। খুব লাজ। লাগিবৰ কথাই। জীৱনৰ লাজ বুজি পোৱা প্ৰথম দিনটোৰে পৰা আজিলৈকে তাই সদায় দেহৰ লাজ সোমাই থকা অঙ্গবোৰ সজাগ মুহূৰ্তবোৰত আনৰ দৃষ্টিৰ পৰা আঁৰত ৰাখি আহিছে। অলপ সময়ৰ পাছতেই তাইৰ লাজটোৱে বাধ্য হৈ আত্ম সমৰ্পণ কৰিব। সেইকাৰণেই তাইৰ ইমান লাজ লাগিছিল।

বেদনাত তাইৰ গোটেই শৰীৰটো কঁপি উঠিল। কি আপদীয়া এই বেদনা।

স্বামীজনলৈ তাইৰ মনত পৰে। তাইৰ তেওঁৰ ওপৰত খং উঠি যায়। তেওঁ কি কৰিছে এতিয়া? তাইক আস্পাতালত থৈ অফিচলৈ গুছি গ'ল। অফিচত হেনো ডাঙৰ কাম আছে। আজি কোনোমতেই খতি কৰিব নোৱাৰে যিহে মৰম লগা সুৰত যাওঁ বুলি তাইক মাত দি গৈছিল। খঙতেই তাই একো নকলে। অফিচত জানো তেৱেঁই অকল কাম কৰিছে। আনৰ স্বামীয়ে যেন আৰু কামেই কৰা নাই। এতিয়া চাগৈ লগৰ মানুহবোৰৰ আগত নিজে আজি এটা সন্তানৰ পিতৃ হব বুলি কৈ গৰ্ব্ব কৰিছে। ইফালে তাইহে বুজিছে সন্তানৰ মাতৃ হ'বলৈ যোৱাটোত কিমান কষ্ট, কিমান শাস্তি ভোগ কৰিব লাগে। তাইৰ আৰু বেছিকৈ খং উঠিল সম্পূৰ্ণ 'কেয়াৰ ফ্ৰি'

হৈ থকা স্বামীজনক সন্মুখত দেখিলে যেন গালি পাৰি খেদি পঠিয়াব।

কাউৰীজনীয়ে কল্‌কলাইছে। তেনেকৈ কল্‌কলালে ঘৰলৈ আলহী আহে বুলি সাধাৰণ মানুহে বিশ্বাস কৰে। এবা, তাইৰ ওচৰলৈও আজি এজন নতুন আলহী আহিব। গৰ্ভস্থ অদৃশ্য অতিথিজনে ভূমিষ্ঠ হৈ তাইৰ বুকুৰ মৰম বিচাৰি আহিবৰ কাৰণে প্ৰচেষ্টা চলাই আছে। এওঁ ক্ষন্তেকীয়া অতিথি নহয়, চিৰদিনীয়া।

বাহিৰত অপেক্ষা কৰি থকা শাহুৰেক গৰাকী আৰু সৰু নন্দেকজনীলৈও অকাৰণতে তাইৰ খং উঠিল। তাইৰ খং উঠিল বহুতৰ ওপৰত। নিজ পিতৃ-মাতৃৰ ওপৰতো।

ইমান বেদনা! জগতৰ আনবোৰ নাৰী তাইৰ দৰে নহয় নেকি? কিবা অপাৰ্থিৱ ধৈৰ্য্যশক্তি তেওঁবিলাকৰ অন্তৰত আছে নেকি? কি আপদীয়া এই বিষটো; অকমানো নেৰে দেখোন।

ডাক্তৰ জন সোমাই আহিল। তাইক পৰীক্ষা কৰিলে। তাই কিবা এটা সুধব খুজিছিল; কিন্তু লাজে ঢকা মনটোৱে তাইক সুধিবলৈ নিদিলে।

উপযাচিয়ে ডাক্তৰ জনে তাইক ক'লে—"সন্তানটো খুব ভাল অৱস্থাতে আছে।" কথাষাৰ শুনাৰ লগে লগে তাইৰ বেদনাক্লিষ্ট মনটোৰ পৰা ভালেখিনি বেদনা উপশমিত হৈ গ'ল। তাই আশ্বস্ত হ'ল।

নাৰ্চে আহি এটা ইন্‌জেকচন দি গ'ল। তাইৰ বেদনাটো প্ৰায় নাইকীয়া হ'ল। তাইক আহি তন্দ্ৰাই লগ ধৰিলেহি। কেই ঘণ্টামান তাই বেচ শান্তিত কটালে।



বেদনাটো আকৌ আহিল। এইবাৰ যে আগতকৈ অনেক গুণে বেছি। তাই আৰু জীয়াই নাথাকে, এই বেদনাটোৱে ভালকৈ তাইক লগ ধৰাহি নাই, তাইক শেষ কৰিহে এই আপদটো আঁতৰি যাব। তাই মৰি যাব! তাই মৰি যাব!! তাই আৰু মাতৃ হবলৈ নেপায়।

শান্ত ধৰিত্ৰীৰ অলৰ দেহাটোও আগ্নেয়গিৰিৰ উদগীৰণৰ সময়ত অস্থিৰ অশান্ত হৈ পৰিল। এজনী সামান্য নাৰীৰ জৰায়ু বিদীৰ্ণ কৰি সসত্ব মানৱ শিশু এটিয়ে পৃথিৱীৰ ওপৰত পদাৰ্পণ কৰাৰ আগ মুহূৰ্ত্তত, তাইৰ দেহ-মন কেনেকৈ স্থিৰ হৈ থাকিব?

এটা ডাঙৰ চিঞৰ। এটি নৱজাত শিশুৰ প্ৰথম কান্দোন। লগে লগে তাইৰ প্ৰায় সকলোবোৰ বেদনাৰ উপশম।

তাই জীলে। মৃত্যুৰ বিভীষিকাবোৰ আঁতৰি গ'ল।

সেইয়া তাইৰ সন্তানটোৱে কান্দিছে? নাৰ্চে চাগে তাক দুখ নোপোৱাকৈ ধৰিছে। তাইৰ ওচৰলৈ সিহঁতে আনি লৈ নাহে কিয়? বৰ নিষ্ঠুৰ সিহঁত। মৰম একেবাৰেই নুবুজে।

কেচিৰে কিবা এটা কাটিছে।

ডাক্তৰ জনে নাৰ্চক গুণ-গুণকৈ কিবা কৈছে।

ল'ৰাটোৰ গাত নাৰ্চে চাবোন সানিছে। চাবোনৰ ফেনবোৰ নিশ্চয় তাৰ চকুৱে নাকে সোমাইছে। নহলে ইমানকৈ কিয় কান্দিব?

ডাক্তৰ জন তাইৰ ওচৰলৈ অহা তাই গম পাইছে। চকু দুটা তাই টোপনি অহাৰ দৰে মুদাই ৰাখিলে। তাই এতিয়া কেনে পাইছে তেওঁ সুধিলে। তেওঁৰ মুখৰ পৰাই তাই জানিলে, তাইৰ এটা মতা ল'ৰা জন্ম হৈছে। গৰ্ব্বত তাইৰ বুকুখন উথলি উঠে।

সন্তানটোৱে পুনৰ টেৱা, টেৱা কৰিলে। নাৰ্চে তাৰ গাটো মচি দিলে। তাৰ পিছত তাৰ গাত পাউদাৰ চটিয়াই দিলে। নাৰ্চে কেচুৱাটো তাইৰ ওচৰলৈ লৈ আহিল, নাৰ্চৰ হাতৰ পৰা নিজা বুকুলৈ টানি আনি সুমুৱাই লবৰ প্ৰবল হেপাঁহ এটা তাইৰ মনলৈ আহিল। সিনো ইমানকৈ কিয় কান্দিছে, নাৰ্চক তাই সুধিলে।

নাৰ্চে ক'লে বোলে—কেচুৱাই জন্ম লৈ কন্দাটো খুব ভাল লক্ষণ। এইদৰে কন্দাৰ কিছুসময়ৰ পাছত সি শুব। পুনৰ সি সাৰ পাব। তাৰ ভোক লাগিব। তাৰ ভাগৰ লাগিব। তেতিয়া তাই তাক মৰম ভৰা বুকুখনত সুমুৱাই লব পাৰিব। তাই তাক পিয়াহ দিব পাৰিব। কমেও অন্ততঃ তাই ন ঘণ্টামান অপেক্ষা কৰিব লাগিব।

তাই নাৰ্চৰ কথাবোৰ শুনাৰ লগে লগে অনুভৱ কৰিলে, আজি অতদিনে স্বামীৰ ভালপোৱাৰ আৰু নিজ মানসিক পৰিতৃপ্তিৰ কাৰণে বুকুত থকা যৌৱনৰ সমল দুটি অমৃতৰ প্ৰাচুৰ্য্যৰে পূৰ্ণ হৈ আছে। সেই অমৃতেই নৱজাত শিশুটিৰ জীৱনৰ বৰ্দ্ধিষ্ণু শক্তি।

তাইৰ স্বামীজন এতিয়া চাগৈ অফিচৰ পৰা ঘূৰিছে। ঘৰততো তেওঁ নিশ্চয় নোসোমায়। পোন ছাতেই তাইৰ ওচৰলৈকে লৰি আহিব। অফিচলৈ গুছি যাওঁতে তেওঁ বাৰে বাৰে ডাক্তৰ জনক দঢ়াই অনুৰোধ কৰি গৈছিল, কিবা বিপদ হলেই তৎক্ষণাৎ অফিচলৈ ফোন কৰিবলৈ। তাইৰ হঠাতে স্বামীজনৰ প্ৰতি দয়া আহি পৰে। তাই কিয় বাৰু তেওঁক ইমান খং কৰিছিল? এতিয়া তাইৰ ওচৰ পালেহি কিমান লাজ, গৰ্ব্ব আৰু মৰম লাগিব।



অনাহকতে আগতে খং কৰা শাহুৱেক গৰাকী আৰু অকণমানি ননদেক জনীলৈও দয়া উপজিল। শাহুৱেক গৰাকী চাগৈ কিমান ব্যগ্ৰ হৈ পৰিছে সন্তানটো চাবৰ কাৰণে। আৰু এই ননদেকজনী? তাই নিজে সৰু হৈ থাকোতে যিদৰে মৰমত সকলোৰে দাবী উপেক্ষা কৰিও নৱজাত ভগ্নীক কোলাতলৈ মৰম কৰিবলৈ আগবাঢ়ি গৈছিল, এইও নিশ্চয় তেনেকৈয়ে নৱজাত ভতিজাটিৰ ওচৰলৈ আহিব। অকাৰণতে বাৰু কেলৈ খং কৰিছিল।

নাৰ্চে কেচুৱাটো লৈ গৈছে। সি কান্দিছে।

এৰা, কন্দাটো যদি ভাল, তেতিয়া হলে তাইৰ সন্তান-টোৱে লাল-কাল নিদিয়ালৈকে কান্দি থাকক। গোটেই আস্পতালটোতৰ কান্দোনৰ খলকনি উঠক। আস্পতালৰ ৰোগী, নাৰ্চ, আৰু ডাক্তৰে, বাটেদি যোৱা মানুহবোৰে, গোটেই পৃথিৱীখনৰ মানুহবোৰে জানক তাইৰ আজি এটি সন্তান জন্ম হ'ল। তাই ফলপ্ৰসূ হল। তাই মাতৃ হ'ল।

———

# আগলিকা

পৰীক্ষা শেষ হোৱা পূৰা দুমাহ হৈ গ'ল। সম্পূৰ্ণ এমাহ জুৰি হোৱা পৰীক্ষাটোৰ বিভীষিকাপূৰ্ণ নিদ্ৰাহীন দিনটো-হঁতৰ কথা লাহে লাহে পাহৰি আহিছোঁ। হেজাৰ হেজাৰ বছৰ কোনোবা ঋষিৰ কোপাগ্নিত পৰি শিল হৈ থকাৰ পাছত মুক্তি লাভ কৰা আমি যেন কোনোবা দেৱতা; পৰীক্ষা শেষ হোৱাৰ দিনটোৱেই আমাৰ শাপমুক্তিৰ দিন। যোৱা দুমাহ সচাঁকৈয়ে ৰং ধেমালিতেই গ'ল।

কাইলৈ খবৰ ওলাব। মনত আকৌ নতুন চিন্তা এটাই বাহ ললেহি। ৰাতি টোপনিও ভালকৈ অহা নাই। স্বপ্ন দুটামান দেখিলোঁ। এবাৰ দেখিলোঁ, মাত্ৰ দুই নম্বৰৰ কাৰণে পাছ কৰিব নোৱাৰিলোঁ,—এগ্ৰিগেট্ নিমিলিল। আকৌ দেখিলোঁ কিবা নজনা কাৰণত মোৰ ৰিজাল্ট উইথ্‌হেল্ড্। অনেক।

পুৱা শুই উঠিয়েই প্ৰশ্নৰ কাগজবোৰ উলিয়াই লৈছোঁ। পৰীক্ষা দি শেষ হোৱাৰ পাছ দিনাই এইবিলাক মেলিলৈ নিজকে পৰীক্ষক পাতি নম্বৰ দিছিলোঁ; কিন্তু পাছ কৰাব নোৱাৰিলোঁ। মাজতে এদিন চাওঁতে কোনোমতে পাছ কৰিছিলোঁ। পুনৰ শেষ বাৰৰ কাৰণে আজি কি হয় চাওঁ।

মেডিচিনৰ প্ৰথম প্ৰশ্নৰ কাগজখন উলিয়াই লৈছোঁ। চাৰিটা প্ৰশ্ন। শেষৰটোত তিনিটা চমুটোকা। এই প্ৰশ্নটোৰ



উত্তৰ সৰ্ব্বপ্ৰথমেই লেখিছিলোঁ। চমুটোকাত ভাল নম্বৰ পোৱা যায়। অৱশ্যে চমুটোকাক একেবাৰে চমু কৰি লেখিলে নম্বৰ নুঠে; সুবিধা চাই বহলাই লেখিব লাগে। দ্বিতীয় চমুটোকা-টোকে আৰম্ভ কৰিছিলোঁ। এইটো লিখি সম্পূৰ্ণ মানসিক পৰিতৃপ্তি পাইছিলোঁ। ডেলিউচ্‌নৰ (Delusion) বিষয়ে লিখিব লগা হৈছিল—এজন পগলা মানুহৰ জীৱনী এটাক উদাহৰণ স্বৰূপে চমুটোকাটোত সুমুৱাই থৈ আহিছিলোঁ। এই পগলা মানুহজন, যাৰ জীৱনটো এখন ব্যথাভৰা উপন্যাস, মোৰ চকুৰ আগত পুনৰ আজি দেখা দিছেহি। তেওঁৰ প্ৰতিটো কথাই নতুন হৈ কাণত পৰিছেহি।

এবছৰৰ আগৰ কথা। গতানুগতিক নিয়ম মানি আমিও পঞ্চম বাৰ্ষিকৰ ছাত্ৰসমূহ তেজপুৰৰ মানসিক ব্যাধিৰ চিকিৎসালয় খনলৈ গৈছিলোঁ। তেতিয়া জুন মাহ। জহৰ উত্তাপত জুই জ্বলিছে।

দিনটো পাহৰিলোঁ। পুৱা আঠমান বাজিছিল হবলা। আমি আস্পাতালখনৰ সন্মুখত হাজিৰ হলোঁগৈ। এজন ৱাৰ্ডাৰ আহি গে'টখন খুলি দিলে। তেওঁৰ অনুগামী হৈ ভয়ে ভয়ে ভিতৰলৈ আমিও সোমাই গলোঁ।

চাৰিউফালে সু-উচ্চ ইটাৰ পকা দেৱালৰ মাজত আস্পতাল খন অৱস্থিত। আস্পতালখনক এখন মানুহৰ চিৰিয়াখানা বুলি ক'ব পাৰি। বিভিন্ন ব্যক্তিক বেশত বিভিন্ন, কামত বিভিন্ন অৱস্থাত থকা দেখিছিলোঁ। সুদৃঢ় লৌহ কপাটযুক্ত একোটা কোঠাত আস্ফালন কৰি থকা একোজন উন্মাদ ব্যক্তিক গৰ্জ্জনত, পিঞ্জৰাবদ্ধ পশুৰাজৰ লগত তুলনা কৰিব পাৰি। স্বভাৱ উভয়ৰে একেই, চেহেৰাহে মাথোন বেলেগ।

কিছুদূৰ আগবাঢ়ি গৈ থমকি ৰলোঁ। এজন পগলা আমাৰ ফালে লক্ষ্য কৰি আগবাঢ়ি আহিছিল।

লাহে লাহে তেওঁ ওচৰ চাপি আহিল। দুই এজনে খোজ লৰালে।

"মোৰ জীৱনটোৰ লগত এটা বৰ করুণ কাহিনী জড়িত হৈ আছে।" সৰু-মাতেৰে আমাক উদ্দেশ্য কৰি ইংৰাজীৰে তেওঁ ক'লে।

উৎসুক দৃষ্টিৰে তেওঁলৈ চালোঁ। বয়স পঞ্চাচৰ ওচৰা-ওচৰি। মানসিক বিভ্ৰাটৰ লগে লগে আহাৰ, নিদ্ৰা, স্নান আদিৰো বিসঙ্গতি ঘটাৰ কাৰণে অকালতে স্বাস্থ্য ভঙ্গ হৈছে।

উপযাচি নিজৰ জীৱনৰ করুণ কাহিনী নিৰ্ভীকভাৱে ক'বলৈ আগবাঢ়ি আহিছে। বাধা নিদিলোঁ। তেওঁক বেৰি ধৰিলোঁ।

আমাৰ সকলোলৈকে এবাৰ পূৰ্ণ দৃষ্টিৰে তেওঁ চাই পঠি-য়ালে। তাৰ পাছত আৰম্ভ কৰিলে:

"উনৈশ-শ উনত্ৰিশ, চনত বি, এ, ডিগ্ৰীটো লৈ কলেজৰ পৰা ওলাই আহিলোঁ। মোৰ মামা এজনৰ সৌজন্যত এসপ্তাহৰ পাছতেই এটা ভাল চাকৰি পালোঁ। নিৰনুৱা জীৱন এটাৰ অভিজ্ঞতা অৰ্জ্জন কৰিবৰ আৱশ্যক নহল।"

মানুহজনে চাকৰি কৰা বিভাগটোৰ নাম উল্লেখ নকৰা দেখি দত্তই কথাৰ লাচতে সুধিলে," আপুনিনো কোন বিভা-গত কাম পাইছিল; নজনালে দেখোন?"

"অ' হয়, পাহৰিয়েই গৈছোঁ। মই এক্‌চাইজ বিভাগত ইনচ্‌পেক্টৰৰ কাম পাইছিলোঁ।"

"আপুনিনো আৰু বেছি নপঢ়িলে কিয়?"



"সৰুতেই পিতৃক হেৰুৱালোঁ। বিধৱা মাতৃ আৰু একমাত্ৰ ককাইদেউৰ কষ্ট আৰু ত্যাগৰ সহায়তেই স্কুলীয়া জীৱন পাৰ হৈ কলেজত ভৰি দিলোগৈ। কলেজত পঢ়িবলৈ যি এটা প্ৰবল স্পৃহা অন্তৰত সোমাই আছিল সিহে মোক টানি লৈ গৈছিল। টিউচনৰ টকা আৰু শিক্ষাত সুনাম অৰ্জ্জন কৰি বিশ্ববিদ্যা-লয়ৰ পৰা পোৱা বৃত্তিৰ টকা কেইটা নোপোৱা হলে, মোৰ শিক্ষা জীৱনৰ সৰ্ব্বোচ্চ শিখৰ বি, এ,ত উপনীত হ'ব পৰাটো দুঃসাধ্য হৈ পৰিলেহেঁতেন।"

এনেতে প্ৰফেচাৰ আহি আমাৰ ওচৰ পালেহি। তেখেত এই আস্পতালখনলৈ আমাৰ বাৰে সৈতে চাৰিবাৰ আহিছে। আমাৰে সৈতে কথা পতা মানুহ জনক তেওঁ চিনি পায়।

মানুহজনে আমাৰ প্ৰফেচাৰক নমস্কাৰ জনালে।

নমস্কাৰটো গ্ৰহণ কৰি আমাৰ সকলোকে উদ্দেশ্য কৰি চাৰে ক'লে—"তোমালোকৰ ভাগ্য ভাল যে প্ৰথমেই আহি এখেতকে লগ পালাহি। কে'চটো ভালকৈ ষ্টাডি কৰিবা। মই আন কিবা ভাল কে'চ দেখো যদি মাতিম।"

আমাৰ চাৰ গুছি গ'ল।

পুনৰ মানুহজনে আৰম্ভ কৰিলে--"কামত সোমোৱাৰ দুবছৰৰ ভিতৰতে ভালেমান কাম কৰিলোঁ। একমাত্ৰ ভনীজনীক বিয়া দিলো; ঘৰটো ন-কৈ সজালোঁ। শেষত মোৰ বিয়াখনো পাতিবলৈ ন-বৌ, মা আৰু ভনীজনীৰ দাবী আহিল। অকা-লতে বৈধব্যক বাধ্য হৈ অভ্যৰ্থনা জনাই অহা মাতৃৰ মনোকষ্ট আৰু নিজৰ এবাহ লৰা-ছোৱালীৰ আউল মাৰিবলৈকে অসমৰ্থ হোৱা, রুগ্না নবৌৰ অৱস্থাই মোক সৈমান কৰালে। মই মত দিলোঁ। মোৰ বিয়া হৈ গ'ল।"

ডাৱৰ এচটাৰ আঁৰত বহুত পৰ লুকাই থকা বেলিটো ওলাই পৰিল। আমাৰ গাৰ ওচৰত হঠাতে যেন কোনোবাই মাঘ বিহুৰ জুইকুৰাৰ দৰে প্ৰচণ্ড উত্তাপ থকা জুই একুৰা জ্বলাই দিলেহি। গাত পোৰণি উঠিল। অসহ্য।

অলপ দূৰতে থকা গছজোপাৰ কথা শইকীয়াৰ প্ৰথমেই মনত পৰিল। তেওঁ মানুহজনক অনুৰোধ কৰিলে—"ব'লক, ইমান গৰমত থকাত কৈ সৌ কঠাল গছজোপাৰ তললৈকে যাওঁহক।

নিঃশব্দে আমি আটায়ে গছজোপাৰ তল পালোগৈ।

গছজোপাত হাত এখনেৰে ভেজা দি তেওঁ কবলৈ ধৰিলে,—"মোৰ পত্নী অসাধাৰণ সুন্দৰী আছিল, উচ্চ বংশজাত যেই কোনো এগৰাকী ৰূপহী আৰ্য্য নাৰীৰে সৈতে সৌন্দৰ্য্যত প্ৰতিদ্বন্দিতা কৰিব পৰা, সকলো সমলেই তেওঁৰ গাত আছিল। আমাৰ আগত এই পিতৃস্থানীয় লোকজনে নিজৰ অনিন্দ্য সুন্দৰী পত্নীৰ ৰূপ বৰ্ণনা কৰিবলৈ গৈ পিছ মুহূৰ্ত্ততে সচেতন হৈ উঠিল। এটা সলজ্জ মৃদু হাঁহি মাৰিলে তেওঁ।

মোৰ মনটো বেয়া লাগি গ'ল। পগলা হলেও মানুহৰ লজ্জাবোধ হেৰাই নেযায়। এজন পগলাৰ বলিয়া মনটোকো সমাজ জ্ঞানে স্পৰ্শ কৰে। তেওঁৰ চকুৰ আগত তেতিয়া বিৰিঙি পৰিছিল, সেই নৱ বিবাহিতা সৌন্দৰ্য্যৰ অধিষ্ঠাতৃ তৰুণী ভাৰ্য্যাৰ ছাবখন। সেয়েহে হঠাতে নিজক পাহৰি গৈছিল।

"দাম্পত্য জীৱনৰ প্ৰথম সাত বছৰ মোৰ একো চিন্তা বা অভাৱ নাছিল। চাৰিটা সন্তানৰ পিতৃ হলোঁ। কিন্তু ইয়াৰ পাছৰে পৰা দুৰ্ভাগ্যই লগ ল'লে। এটা টেক্সি দুৰ্ঘটনাত



ককাইদেউৰ অকাল মৃত্যু হ'ল। বৃদ্ধা মাতৃৰ শৰীৰ শোকে বেজাৰে জৰ্জ্জৰিত হল। অগত্যা মোৰ পৰিবাৰক ঘৰত ৰাখি থৈ আহিবলৈ বাধ্য হলোঁ। এইটোৱেই ভুলৰ পথত মোৰ প্ৰথম পদক্ষেপ।"

একান্ত মনে তেওঁৰ কথাবোৰ শুনি থাকি বৰুৱাই পাচত মাত লগালে—"কিয় ইয়াৰ আগতে জানো আপোনাৰ পৰিবাৰ ঘৰত নাছিল? আপুনিয়েই উল্লেখ কৰিছিল দেখোন, আপোনাৰ মাতৃ আৰু নবৌৰ কষ্টৰ কাৰণেহে বিয়া কৰাবলৈ মত দিছিল।"

মানুহজন অলপ ৰ'ল। কিবা ভাবিলে।

"সচাঁ কৈছিলোঁ! তেওঁবিলাকক সন্তোষ লগাবলৈকে যি কাম কৰা প্ৰয়োজন তাকেই কৰিছিলোঁ। মোৰ খোৱা-বোৱাৰ আলপৈচান ধৰিবলৈ জোৰ কৰিয়েই তেওঁলোকে পত্নীক লগত ৰাখিবলৈ বাধ্য কৰাইছিল।" মানুহজনে কথাবোৰ কওঁতে খকা-খৈয়া লাগিছিল। মুক্ত প্ৰকাশ পোৱা নাছিল।

"বাৰু, সেইবোৰ কথা আমাক নালাগে। তাৰ পিছত কি হ'ল কৈ যাওঁকচোন।"

"চিৰ শান্তি বিৰাজমান ঘৰখনৰ পৰা ভাগ্যলক্ষ্মী ওলাই গ'ল। কাল ভুজঙ্গিনীৰ উপস্থিতিত ঘৰখন কন্দলৰ কেন্দ্ৰ হৈ পৰিল। দুমাহ পাছত নবৌহঁত মামাৰ ঘৰলৈ গুচি গ'ল; মোক একো নজনোৱাকৈয়ে। বৃদ্ধা মাতৃও এদিন চিৰদিনৰ নিমিত্তে আমাৰ পৰা বিদায় ললে।"

"কথাবোৰ অলপ চমুৱালে ভাল হয়" এই বুলি বৰাই মাত এষাৰ দিলে। এৰা, আমি জানো এজন মানুহৰ কথা শুনিবলৈকে ইয়ালৈ আহিছোঁ। মাত্ৰ এসপ্তাহ সময়। মেডিচিনৰ চাইক'নিউৰ'চিচৰ বিষয়ে সকলো কথা জানিব লাগিব।

"বাৰু।"

"এমাহৰ ছুটী লৈ ঘৰলৈ গলোঁ। মাতৃৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰিলোঁ। নবৌহঁতক ঘৰলৈ আনিলোঁ। কিন্তু নবৌ মোৰ পত্নীৰ লগত থাকিবলৈ মান্তি নহ'ল। বেলেগে থাকিল।"

গৰমত মানুহজন ঘামি গৈছিল। অতি আগ্ৰহেৰে তেওঁৰ ব্যাকৰণ শুদ্ধ ইংৰাজীবোৰ শুনি গৈছিলোঁ। ভাল লাগিছিল।

"চাকৰিয়াল মানুহৰ ছুটী সীমাবদ্ধ। মাতৃৰ মৃত্যুৰ পাছত এবছৰলৈ মোৰ ছুটী নাছিল। ঘৰলৈ যাব পৰা নাছিলোঁ। মোৰ এই অনুপস্থিতিৰ সুযোগ লৈয়েই সমাজে নিজৰ সুবিধা উলিয়াই ল'লে। আমাৰ সমাজত এনে কিছুমান মানুহ বিচাৰি পোৱা যায়, যি বিলাকে নিজৰ ঘৰত পৰে অৰ্জ্জা এমুঠি অন্ন খাই কৰ্মহীন দিনটোৰ বেছি ভাগ কাল আনৰ ঘৰত গৈ পৰচৰ্চ্চা, পৰনিন্দা কৰি যাপন কৰে। এনে ধৰণৰ কিছুমান মানুহেই মোৰ বহুতো অসত্য অপবাদ চাৰিওফালে প্ৰচাৰ কৰি দিলে।"

"অফিচৰ পৰা ঘূৰি আহি নবৌৰ পৰা এখন চিঠি পালোঁ। চিঠিখন পঢ়াৰ লগে লগে লজ্জা, ঘৃণা আৰু অপমান সমানে বোধ কৰিলোঁ।"

"এসপ্তাহৰ ছুটী বিচাৰিলোঁ। এবছৰ ইপিনে, পাৰ হৈ গলেই। ছুটী পালোঁ।"

"আপোনাৰ চিঠিখনত কি লিখা আছিল, নজনালে দেখোন?" দাসে সুধিলে।

"মোৰ চৰিত্ৰত সন্দেহ কৰি পত্নীয়ে মোৰ ওপৰত প্ৰতিশোধ ললে, সমাজত ব্যভিচাৰিণী আখ্যা পালে তেওঁ।"

মানুহজনৰ কাণ-মুখ ৰঙা পৰি গৈছিল। দাসে বেয়া



পালে নিজকে। তলমূৰ কৰিলে।

"ঘৰ পালোঁহি। পত্নীৰ প্ৰতিটো কথা আৰু কামেই আন্তৰিকতা শূন্য যেন লাগিল। মোৰ ওপৰত ক্ৰোধ আৰু অভিমান। মোৰ খং উঠা নাছিল। ভাবিলোঁ সোনকালেই বুজনিৰে তেওঁক শান্ত কৰিম।

"দুপৰীয়া ভাত খাই উঠি বিচনাত জিৰণি লৈছোঁ। এনেতে পত্নী সোমাই আহিল। বিচনাৰ এমূৰে বহি থকা পত্নীক, মই তেওঁৰ বিষয়ে শুনা কথাবোৰ কবলৈ ধৰিলোঁ। মোৰ কথাবোৰ শুনি তেওঁ উগ্ৰমূৰ্ত্তি ধাৰণ কৰি আৰম্ভ কৰিলে—" এই বয়সত বিশেষকৈ চাৰিটা সন্তানৰ মাতৃ হোৱাৰ পাছতো আপুনি এনেকুৱা লজ্জাহীনতাৰে মোক অপমান কৰিব পাৰিব বুলি সপোনতো ভাবিব পৰা নাছিলোঁ। অ' বুজিছোঁ; আপোনাৰ বিষয়ে মই যিবোৰ কথা শুনিছোঁ, সেইবোৰ নিৰ্ভুল সত্য। নিজে তললৈ নামি নগলে, আনক তললৈ নমাৰ কথা কোনেও ভাবিব নোৱাৰে। যিবোৰ কথা, বাস্তৱৰ কথাকে নকওঁ সপোনতো সত্য বুলি মানিবলৈ টান পাইছিলোঁ, আজি নিজৰ সন্মুখত সেইবোৰ সত্যত প্ৰমাণিত হোৱা দেখিলোঁ। আপোনাৰ মুখৰ কথাবোৰে আপোনাৰ ধৃষ্টতাৰ, আপোনাৰ নৈতিকতাৰ চৰম পৰাজয়ৰ পৰিচয় দিছে।

"শান্ত ভাবেই তেওঁলৈ চালোঁ। ক্ৰোধ আৰু বিক্ষোভত তেওঁৰ চকু দুটা ৰঙা হৈ গৈছিল। ওঠ দুটা কঁপি উঠিছিল। কপালত, ওঁঠৰ ওপৰত আৰু নাকৰ আগটোত বিৰিঙি-বিৰিঙি ঘামৰ কণা ওলাইছিল।"

"মোৰ হাতখন তেওঁৰ মূৰৰ ওপৰত থৈ মৃদু স্বৰেৰেই তেওঁক বুজনি দিলোঁ—" চোৱাচোন তুমি মোৰ ধৰ্ম্ম পত্নী।

তোমাৰ দৰে ৰূপযৌৱন সম্পন্না এগৰাকী নাৰীক পত্নীৰূপে পাই যথেষ্ট গৰ্ব্ব অনুভৱ কৰি আহিছোঁ। এতিয়াও আশা কৰো, তুমি তোমাৰ উজ্জ্বল, অকলুষ চৰিত্ৰৰে মোৰ গৰ্ব্ব অক্ষুণ্ণ কৰি ৰাখিবা। হয়, তোমাক বহুত নকবলগীয়া টান কথাকেই কলোঁ। তুমি যথেষ্ট আঘাত পাইছা, বুজিছোঁ। কিন্তু তোমাৰ আপদবোৰে মোক যি গভীৰ আঘাত দিছে, তুমি দেখা নাই। তুমি মোক এতিয়া যিবোৰ কথা ক'লা, সেইবোৰে অৱশ্যে যথেষ্ট শান্তি দিছে। মই তোমাৰ পৰা ইয়াতকৈ বেছি একো নিবিচাৰো। তুমি যদি মোৰ হাজাৰ টকা অপব্যয় কৰি উৰাই দিয়া, মই নীৰৱেই ক্ষমা কৰিম; কিন্তু এবাৰ তোমাৰ চৰিত্ৰ কলুষিত হৈছে বুলি জানিব পাৰো; তেনেহলে ভৱিষ্যতলৈ কোনোমতেই তোমাক আৰু ক্ষমা কৰিব নোৱাৰিম।

আমাৰ অজ্ঞাতে পাছ ফালে বৈ থকা আন এজন পগলাই হঠাতে চিঞৰ মাৰি দিলে—"তোমালোকে মোৰ কথা শুনা। মই এটা কবিতা গাম।"

ৱাৰ্ডাৰ এজন আহিল তেওঁক আঁতৰাই নিবলৈ।

আমি ৱাৰ্ডাৰ জনক অলপ ৰবলৈ কলোঁ। মানুহজনে কি গায় জানিবলৈ কৌতূহল উপজিল।

ৱাৰ্ডাৰ জন বৈ থাকিল।

নতুন মানুহজনে গালে—'

"কেনন্ টু ৰাইট্, অৱ ডেম্,
কেনন্ টু লেফট্, অৱ ডেম্,
কেনন্ ইন্ ফ্ৰণ্ট্, অৱ ডেম্,
ভলিইড এণ্ড থাণ্ডাৰড্;
ষ্টৰমড এট উইথ চট্ এণ্ড চে'ল,



ব'লডলি ৰে' ৰ'ড এণ্ড ৱেল,
ইন্ টু ডি জজ্ অৱ ডেথ,
ইন্ টু ডি মাউথ্ অৱ হে'ল,
ৰ'ড ডি ছিক্স হানড্ৰেড।"

গাই পেলায়েই মানুহজন নিজেই আঁতৰি গ'ল। আৰু কি া কব খুজিছিল, গাই বা শুনাবৰে ইচ্ছা আছিল হব পায়। কিন্তু ৱাৰ্ডাৰজনৰ বাবেই সেইবোৰ পাহৰি গ'ল।

চিগাৰেট এটা জ্বলাই ললোঁ।

মানুহজনে অলপ বৈ আকৌ আৰম্ভ কৰিলে—"কামলৈ পুনৰ ঘূৰি গলো। মনৰ মাজত নানা ভাৱৰ সংঘৰ্ষ চলিবলৈ ধৰিলে। জীৱনত এটা ডাঙৰ অসংশোধনীয় ভুল কৰি প্ৰতিকাৰৰ উপায় বিচাৰি নেপালেঁা।

ছমাহ পাৰ হৈ গ'ল।

"মোৰ নামত আকৌ চিঠি আহিল। এইবাৰ অকল নৰ্বোৰে নহয়, কেইবাখনো বেনামী চিঠিও মোলৈ আহিল। আগৰ ঘটনাৰে পুনৰাবৃত্তি। পত্নীৰ লগতে নৰ্বোৰেও সমাজত সন্মান হেৰুৱাব লগাত পৰিছে। সমাজে আমাৰ ঘৰখনক আঁতৰাই ৰাখিবলৈ দিহা কৰিছে।"

মানুহজনে আমাৰ ছাত্ৰী বন্ধু কেইগৰাকীৰ ফালে চালে। তেওঁবিলাকক উদ্দেশ্য কৰি তেওঁ ক'লে—"আপোনাসকলৰ আগত বহুত অকথনীয়, অমাৰ্জ্জিত কথা কলো সেই বাবে মোক ক্ষমা কৰে যেন।"

"নাই, নাই, আপুনি প্ৰকৃত কথাকেই কৈছে। অপ্ৰিয় হলেও সত্য কথা স্বীকাৰ কৰাত কোনো দোষ নাই। আপুনি কৈ যাওক। আমি অলপো বেয়া নাপাওঁ।" প্ৰভাই উত্তৰ

দিলে। বেচ ফৰৱাৰ্ড ছোৱালীজনী। লাহী দেহৰ মধ্যক্ষীণা ছোৱালীজনীৰ এটা বেয়া দোষ সদায় চকুত পৰে,—খুব বেচি কথা কয়।

"দহ দিনৰ কেজুৱেল্ লিভ্ বিচাৰি এখন দৰ্খাস্ত লিখিলো। অফিচত সেইখন পেলাই থৈ অনুমতি লৈ অপেক্ষা নকৰাকৈয়ে পিছদিনাই ঘৰলৈ ৰাওনা কৰিলো।

"শাওণ মাহ। দিনে ৰাতিয়ে ছেদ-ভেদ নোহোৱাকৈ বৰষুণ দিছে। জোতা পিন্ধি পিছল বাটত খোজ কঢ়া অসম্ভৱ হৈ পৰিছে। পিঠিত ছুনলীয়া বন্দুকটো, হাতত খুলি লোৱা জোতাজোৰ আৰু ছাতিটো লৈ খোপনি পিটি-পিটি খোজ কাঢ়োতে যথেষ্ট কষ্ট পালো। ছাতি থকা স্বত্তেও বৰষুণত তিতি জুকুলা-জুপুৰা হলো। ডুমাইল বাটতে সম্পূৰ্ণ ক্লান্ত হৈ পৰিলো।"

ইমান পৰ কথা কৈ কৈ মানুহজন অৱশ হৈ পৰিল। গাৰ পৰা গেঞ্জীটো সোলোকাই পেলালে।

"চ'ৰা ঘৰৰ সন্মুখ পালোহি। কোনো জন-প্ৰাণীৰ সাৰ-সুৰ নাই। দিনৰ এক বাজিছে। চ'ৰাঘৰৰ দুৱাৰৰ দাঁতিতে তিতা ছাতি আৰু জোতাজোৰ থলো। ঘৰটোৰ ভিতৰ সোমোৱাৰ লগে লগে মনটোত হঠাতে আচৰিত ভাৱ এটাৰ সৃষ্টি হ'ল। মৃত্যুতকৈও বেছি ডাঙৰ বিভীষিকা এটাই কাৰোবাক গ্ৰাস কৰিবৰ কাৰণে যেন ঘৰটোত অপেক্ষা কৰি আছে। মই সোমাই যোৱাটো যেন মঙ্গলজনক নহল। তথাপি অতি সন্তৰ্পনে আগবাঢ়ি গলো।"

"চ'ৰা ঘৰৰ সীমা প্ৰায় অতিক্ৰম কৰো কৰো হৈছিলো। কাৰোবাৰ নাকৰ নিশ্বাস ধ্বনি শুনিবলৈ পালো। ৰৈ গলো।



কাণ পাতি শুনিলো। এটা নহয়, দুটা নাকৰ শব্দ। নিশ্বাসত দ্ৰুততা। পৰিবাৰৰ শয়ন কক্ষৰ পৰাই আহিছে। খণ্ডত মোৰ সৰ্ব্ব শৰীৰ কঁপি উঠিল। প্ৰৱহমান তপত তেজৰ উষ্মা প্ৰতি শিৰত উঠি অহা গম পালো।"

মানুহজনৰ চেহেৰাটো হঠাতে পৰিবৰ্ত্তন হ'ল। মুখখনে কঠিন ৰূপ ল'লে। চকু দুটাত জ্বলি উঠিল প্ৰতিশোধৰ তৰবৰণি।

"নিশব্দে পত্নীৰ শয়ন কক্ষৰ দুৱাৰ মুখত থিয় হলো। দুৱাৰখন জপাই থোৱা আছিল। লাহেকৈ হেঁচা মাৰি দিলো। দুৱাৰখন মুকলি হৈ গ'ল। অবাধে এজন পৰপুৰুষৰ বাহুৰ মাজত নিজক এৰি দিছে পত্নীয়ে—বাহ্যিক চেতনাশূন্য সেইটো মুহূৰ্ত্ত। মোৰ আকস্মিক উপস্থিতিক লক্ষ্য কৰিবৰ অৱসৰ উভয়ৰে নাইকিয়া হৈ গল।

"বন্দুকটো পুৰুষটোৰ গালৈ লক্ষ্য কৰি গৰগৰাই উঠিলো—" নৰাধম, মৃত্যুৰ বাবে সাজু হ।

"মোৰ কথা শুনি ডেকাটো জাপ মাৰি থিয় হল। সি সম্পূৰ্ণ কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিল। মৃতজাত এটি শিশুৰ দৰে তাৰ মুখখনত কুংচিৎ শেতা বৰণৰ বোল ওলাল। গোটেই শৰীৰটো থৰথৰ কৰি কঁপিবলৈ ধৰিলে।"

"সৰুৰে পৰা চিকাৰত সিদ্ধহস্ত আছিলো। নিৰ্ভুল লক্ষ্যৰে সৈতে ডেকাটোৰ সহস্ৰ কাকুতি ভৰা চকু দুটাৰ মাজতে লক্ষ্য ৰাখি গুলী এজাই মাৰি দিলো। মূৰৰ খোলাটো চূৰ্ণ-বিচূৰ্ণ হৈ উফৰি গ'ল; কুন্ধচ দেহাটোও মাটিত লুটি খাই পৰিল।"

"পত্নীৰ ফালে চালো। আসন্ন মৃত্যুক অপেক্ষা কৰি তেওঁ দেখোন, অধোমুখে থৰ হৈ পৰি আছে। গাত তেজৰ ছিটিকনি।"

তেওঁ যেন এই মাত্র ডেকাটোক হত্যা কৰি আহিছে আৰু তেওঁ কোৱা কথাবোৰতো উত্তেজনা যেন কোবত কোবে চৰি গৈছে।

"কিমান পৰ সেই অশ্লীলতম দৃশ্যটোৰ দৰ্শক হৈ আছিলো—ক'ব নোৱাৰো। সেই স্থলতেই অজ্ঞান হৈ পৰি গ'লো। তিনিদিনৰ পাছত আস্পাতালত জ্ঞান পালো। তেতিয়া মই ৰোগীয়েই নহয়, আদালতৰ হাতত নৰহত্যাকাৰী আচামী। দুই এদিনতে মোক পহৰা দি থকা পুলিচ কেইজনে হাজোতলৈ নিব।"

"আপোনাৰ পুৰুষত্ব যে পৰাজয় হল, তাকে স্বচক্ষে দেখিয়েই ডেকাজনক হত্যা কৰিলে, নহয় নে?" কথাষাৰ নুসুধি থাকিব নোৱাৰিলো।

"ব্যভিচাৰিণী নাৰীৰ জঘন্য কাৰ্য্যই পুৰুষত্বৰ পৰাজয় প্ৰমাণিত নকৰে। যেতিয়া পুৰুষে অন্ন-বস্ত্ৰৰ অভাব দূৰ কৰিব নোৱাৰি স্বেচ্ছাই নিজা স্ত্ৰীক অথবা কন্যাক বাৰাঙ্গনাৰ শাৰীলৈ বাধ্য-বাধকতাৰে পঠাই দিয়ে তেতিয়াহে পুৰুষত্বৰ পৰাজয় হয়।"

তেওঁৰ অকাট্য যুক্তিত তবধ মানিলো। তথাপি পুনৰ প্ৰশ্ন কৰিলো—

"আপুনিনো পৰিবাৰক কিয় হত্যা নকৰিলে? আপোনাৰ পৰিবাৰহে আমাৰ চকুত বিশেষ ভাৱে দায়ী। তেওঁৰ অসৎ চৰিত্ৰইহে পৰ-পুৰুষক আহ্বান জনাইছিল সেই ঘৰলৈ। নহয় জানো?"

মানুহজনে দীঘল হামি এটা মাৰিলে। তাৰ পাছত কবলৈ ধৰিলে, "নাৰী সদায় ক্ষমনীয়। কিয় জানে? যৌৱন



থাকে মানে সুযোগ পালেই নাৰীয়ে পুৰুষক মোহ দৃষ্টিৰেই চায়। কোনোবা সাধ্বী, পতিব্ৰতা নাৰীৰ জীৱনত হয়তো ইয়াৰ ব্যতিক্ৰম ঘটিব পাৰে। তেনে নাৰীৰ সংখ্যাও অতি বিৰল হব পাৰে, হাজাৰত এজনী। সাধাৰণ নাৰীয়ে এই দুৰ্ব্বলতাৰ পৰা হাত সাৰিব নোৱাৰে। সেই কাৰণেই নিজৰ গাটো লুকুৱাই পৰ্দ্দাৰ বিদ্ধাই দি জুমি চোৱা সৌন্দৰ্য্য গৰ্ব্বিতা এগৰাকী নাৰীয়ে পথযাত্ৰীৰ দৃষ্টি আকৰ্ষণ কৰাব পাৰিলে, নিজ সত্বাত গৰ্ব্ব অনুভৱ নকৰাকৈ কেতিয়াও থাকিব নোৱাৰে।"

লগৰ ছাত্ৰী-বন্ধু কেইগৰাকীলৈ চালো। মানুহজনে তেওঁবিলাকৰ ওপৰত মুক্ত আক্ৰমণ চলাইছে। বেয়া পোৱা নাইতো তেওঁবিলাকে? পালেই জানিবা, তেওঁক জানো কিবা কৰিব পাৰিব?

"অভিনৱত্বক, শ্ৰেষ্ঠত্বক নাৰীয়ে সদায় পূজা কৰে। এই পূজা সৃষ্টিৰ প্ৰথম দিনটোৰে পৰা চলি আহিছে আৰু যৌৱনকেই নাৰীয়ে উপচাৰ হিচাবে দি আহিছে। সূৰ্য্য নন্দন মহাবীৰ কৰ্ণৰ অপ্ৰতিম বীৰত্বত স্তম্ভিত হৈ পঞ্চপাণ্ডৱৰ ধৰ্ম্মপত্নী সতী পাঞ্চালীও এদিন তেওঁৰ গোপন সত্বাত পোন প্ৰথম কামনাটোৰ আকুল আহ্বান শুনি উন্মাদিনী হৈ পৰিছিল। ধুনীয়া ৰাজ ৰাণী হেলেনে নিজা ধৰ্ম্ম পতিৰ প্ৰেমক নেওচা দি, সমগ্ৰ গ্ৰীক জাতিটোৰ গৌৰবোজ্জ্বল মুখত অপমানৰ অনুলেপন সানি থৈ, অলপো দ্বিধা বোধ নকৰাকৈয়ে সৌন্দৰ্য্যৰ ৰূপকোঁৱৰ পেৰিচৰ সৈতে পলাই ট্ৰয় ৰাজ্যত সোমাইছিলগৈ। এইবোৰ জানো আপোনালোকে নেজানে?"

মানুহজনে আমাৰ ফালে চালে।

একো নকলো।

তেওঁ কৈ গ'ল—"মই পৰিবাৰক বধ নকৰাৰ আৰু এটা ডাঙৰ কাৰণ আছিল অৱশ্যে। ডেকাটোক হত্যা কৰি উঠিয়েই বুজিলো, এই নৰহত্যা অপৰাধত প্ৰাণদণ্ড অথবা তৎসম ডাঙৰ শাস্তি মই ভোগ কৰিবই লাগিব। মোৰ চাৰিটা সন্তান আছে। পৰিবাৰক হত্যা কৰিলে সিহঁত অনাথ হোৱা সুনিশ্চিত। সেই হে তেওঁক বধ নকৰিলো।

অলপ দূৰতে দুটা পগলাই হঠাতে কাজিয়াৰ সৃষ্টি কৰিলেহি। আমাৰ সকলোৰে চকু সেই ফালে গ'ল। এজন ৱাৰ্ডাৰে যৎপৰোনাস্তি চেষ্টা কৰিও সিহঁতক ক্ষান্ত কৰাব নোৱাৰি হুইছেল বজাই দিলে। লগে লগে দুজন ৱাৰ্ডাৰ লৰি আহিল। তেওঁলোকে কাজিয়া লগা মানুহ দুটাক দুফালে টানি লৈ গ'ল যদিও সিহঁতে অশ্লীল বাক্যবাণ বৰ্ষণ কৰিয়েই থাকিল। দুয়োটাকে নি গড়ালত সুমুৱাই থলেগৈ।

ইতিমধ্যে কেইটামান প্ৰশ্ন জুকিয়াই ললো। "আপুনি কৈ যোৱা যুক্তি গভীৰ কথাবোৰৰ সত্যতা অস্বীকাৰ কৰাৰ উপায় নাই। কিন্তু এটা কথা—আপোনাৰ পৰিবাৰৰ দুৰ্ব্বল আবেদনৰ ইঙ্গিত নোপোৱা হলে, সেই ডেকাজনে নেলাগে অন্য কোনো দুশ্চৰিত্ৰবান পুৰুষেও অনাহুত ভাৱে দিন দুপৰত এনে কাৰ্য্য কৰিবলৈ কেতিয়াও আগবাঢ়িব নোৱাৰিলেহেঁতেন। সেই কাৰণে আমাৰ বিবেচনাত ডেকাজন সম্পূৰ্ণ দোষী নহয়। আপোনাৰ যদি ব্যক্তিগত কিবা বেলেগ কাৰণ আছিল ক'ব নোৱাৰো। "কামনা পিপাসু নাৰীৰ জঘন্য মনোবৃত্তিৰ বিশদ বিশ্লেষণ উদাহৰণেৰে সৈতে আপোনালোকক দি আহিছো বিবাহিতা বা অবিবাহিতা নাৰীৰ জীৱন বৈশতাৰ ভিতৰত ৰাখিব লাগিব পুৰুষেই। তেওঁবিলাকৰ হাততেই নাৰীৰ সন্মান,



সতীত্ব আদি সদায়েই অটুট, অক্ষুণ্ণ হৈ ৰ'ব লাগিব। যি পুৰুষে নাৰীৰ স্বভাৱজাত আদিম সনাতন দুৰ্ব্বলতাৰ সুযোগ লৈ স্ব-দুৰভিসন্ধি পূৰণ কৰিবৰ ইচ্ছাৰে খাপ দি থাকে, তেওঁক পুৰুষ বুলি গণ্য কৰিব নোৱাৰি। বহুত তললৈ তেওঁ নামি যায়। সেই পুৰুষে শাস্তি ভোগ কৰাই শ্ৰেয়।"

ছাত্ৰী বন্ধু কেইগৰাকীয়ে এইবাৰ চাগৈ ভাল পাইছে। "তিক্ততম অভিজ্ঞতাৰ লগত সংগ্ৰাম কৰি ক্লান্ত হোৱা মানুহৰ সন্মুখত মাত্ৰ দুটা পথ থাকে,—হয়, সকলোবোৰ নীৰৱে সহ্য কৰি যাব লাগিব, নহয় সেইবোৰৰ বিৰুদ্ধে ঠিয় দিব লাগিব, যুজিব লাগিব। সাধাৰণ মানুহে প্ৰথম পথেদি অগ্ৰসৰ হ'ব নোৱাৰে। মইও সাধাৰণ মানুহ। দ্বিতীয়টোৰেদি যাবলৈ বাধ্য হৈছিলো। আপোনালোকেও এনে অন্যায়ক সহ্য কৰা অসম্ভৱ। যথোচিত প্ৰতিবিধান নিশ্চয় বিচাৰিব। মোৰ লগত পাৰ্থক্য এইখিনিতেই যে, মোৰ যি বিচাৰ আছিল, সি চৰম বিচাৰ—বৰ্ব্বৰ মানুহে ৰচি লোৱা অন্যায়ৰ আদিম বিচাৰ।"

যুক্তিৰ তীক্ষ্ণ শৰেৰে আমাৰ প্ৰশ্নৰ অস্ত্ৰবোৰ নিৰ্ভীকভাৱে তেওঁ কাটি গৈছে। বিচলিত অলপো হোৱা নাই।

কিনো প্ৰশ্ন কাৰম, ভাবলোঁ।

সুধিবলৈ নেপালোঁ। তেওঁ নিজেই ক'লে—"আপোনালোকে মোক নিশ্চয় এই হত্যাকাণ্ডৰ কাৰণে ঘৃণা কৰিছে। কিন্তু সভ্যতাৰ মুখা পিন্ধা মানৱে যেতিয়া গুহাবাসী অসভ্য মানুহবোৰতকৈ, পশুতকৈও নীচ মনোবৃত্তি অন্তৰত পোষণ কৰিব পাৰে, জঘন্য কামত নিজে ব্ৰতী হোৱাৰ উপৰিও আনক তেনেকুৱা সমাজ নিন্দিত কাৰ্য্যত লিপ্ত হবলৈ উদগনি যোগায়; তেতিয়া প্ৰত্যেক সমাজ চেতন ব্যক্তিৰ অন্তৰত প্ৰতিশোধৰ

দাবানল জ্বলি উঠে। মোৰ জ্বলিছিল। দোষ হ'ল, এই জুইৰ উত্তাপ সহ্য কৰিব নোৱাৰিলো। নিজে বিচাৰ ললোঁ। সমাজে বিচাৰ লোৱালৈ অপেক্ষা কৰি থাকিব নোৱাৰিলোঁ। মোৰ চূড়ান্ত বিচাৰত সেই কাৰণে দোষ আছে বুলি স্বীকাৰ কৰিছোঁ; কিন্তু ঘৃণাৰ স্থান মই দেখা নাই।"

কথাবোৰ শুনি তন্ময় হৈ গৈছিলো। পগলা মানুহেও নিজক ডাঙৰ বুলি ক'ব নোখোজে। সৰু বুলিহে কয়।

ৰুমালখন উলিয়াই মুখখন মচি ললোঁ।

একেজনে ইমান প্ৰশ্ন কৰি থকা ভাল নহয়। সুবিধাটো আনলৈ এৰি দিলোঁ। ওঁঠ দুটাৰ মাজৰ পৰা জ্বলি থকা চিগাৰেটটো হাতলৈ নমাই দত্তই ক'লে—"বাৰু এইবাৰ কওঁকচোন আপোনাৰ কেচটোৰ ফলাফল কি হ'ল আৰু কেনেকৈনো আপুনি আহি এইখিনি পালেহি।" কঁহুৱাফুল যেন বগা খৰখৰীয়া চুলিৰ মাজত তেওঁ সোঁহাতৰ আঙুলি কেইটা সুমুৱাই লাহে লাহে তালুখন খজুৱাই লৈ আৰম্ভ কৰিলে— "তিনিদিনৰ পিচত হাজোতলৈ গলো। মোৰ বিৰুদ্ধে কে'চ চলিল। কে'চ চলাত আচৰিত হোৱা নাছিলো। আচৰিত হৈছিলো, যেতিয়া মোৰ বিৰুদ্ধে চলা কে'চটোৱে সম্পূৰ্ণ অলীক নঘটা ৰূপ এটা পাইছিল। আদালতত অভিযোগ প্ৰমাণ কৰিবলৈ সমাজৰ পৰা কেইবাজনো লোক ওলাই আহিল। তেওঁবিলাক 'প্ৰত্যক্ষ' দ্ৰষ্টা। মই বুদ্ধি কৰি ঘৰলৈ মাতি আনি ডেকাটোক হত্যা কৰিছিলো। এয়েই আমাৰ সমাজ! যি সমাজে এদিন পত্নীৰ কুৎচিৎ প্ৰেমৰ বিষয়ে মোক সচেতন কৰি দিবলৈ আগবাঢ়ি আহিছিল; সেই একে সমাজেই এতিয়া মোৰ বিপক্ষে উঠি-পৰি লাগি গ'ল। "ডেৰ বছৰ



হাজোতত আছিলো। মোক জামিনত আনিবলৈ সমাজখনত মানুহৰ অভাৱ হ'ল। বিচাৰ শেষ হ'ল। ৰায় শুনিলো— সাত বছৰ সশ্ৰম কাৰাদণ্ড।

মনটো কৌতূহলেৰে ভৰি পৰিল। অত্যন্ত ইচ্ছুক হৈ পৰিলো পাছৰ ঘটনাবোৰ জানিবৰ কাৰণে।

মোৰ সৌভাগ্যৰ কাৰণেই হওক বা দুৰ্ভাগ্যৰ কাৰণেই হওক এজন সহকৰ্মীয়ে হাইকোৰ্টত আপীল কৰিলে। সেই বিচাৰত নিৰ্দোষী প্ৰমাণিত হলো। মুক্তি পালো। ঘৰলৈ ঘূৰিলো।

মনটো ভাল লাগি গ'ল।

শুকান ঠাল এটা গছজোপাৰ পৰা তললৈ ভাগি পৰিল। সৰু শব্দ এটা হ'ল। "ঘৰ পালোঁহি। মোৰ মুক্তিৰ সংবাদ পোৱাৰ পাছদিনাই পৰিবাৰ নিজ মাতৃৰ ঘৰলৈ গ'ল। ভাবিছিলোঁ লাজ আৰু ভয় কৰিয়েই তেওঁ গুচি গৈছে। মই তেওঁক নিজে লৈ অহাটো উচিত হ'ব। কিন্তু মোৰ আশ্বাসবাণী তেওঁক শুনাবলৈ নাপালোঁ। দুদিন পাছত যেতিয়া তেওঁক আনিবলৈ গৈ সেইখিনি পালোগৈ, তেওঁৰ দুই ভাতৃয়ে মোৰ ওপৰত অত্যন্ত আক্ৰমণ কৰিবলৈ ধৰিলে। মই অজ্ঞান হৈ পৰি গলো — তেওঁবিলাকৰ ঘৰতেই। এইয়া মোৰ মূৰত এইকিটা চিন এতিয়াও আছে। মূৰটো তেওঁ তললৈ নমালে। আঙুলৰে চুলিবোৰ লিৰিকি মাজ তালুত চুলি নোহোৱা ঠাই এডোখৰ দেখুৱালে। পিঠিৰ বা বিচনীৰ ওপৰতো শুকনি মুৱা ঘা এডোখৰ আছিল। সেই ডোখৰ দেখুৱাবলৈ সোঁ-কাষলতিৰ তলেদি বাওঁ হাতখন পিঠিলৈ নি ঘা ডোখৰ খেপিয়াইছিল। হাক দিলোঁ। সেইবোৰ আমাক দেখুৱাব নালাগে। শুনি ভাল লাগিছে।"

"বৰ্ত্তমানৰ বন্দী জীৱনটোৰ সূত্ৰপাত হ'ল এই ঘটনাৰ লগে লগেই। তেওঁবিলাকেই মোক উন্মাদ আখ্যাদি ইয়ালৈ পঠিয়াই দিলে। তেতিয়াৰে পৰা আজি সোতৰ বছৰ ইয়াতে আছোঁ।

সুদীৰ্ঘ সোতৰ বছৰ। পৃথিৱীখনত বহুত পৰিবৰ্ত্তন হৈ গৈছে। এখন যুদ্ধ লাগি ভাগি গ'ল, বহুত দেশ স্বাধীন হ'ল। আৰু ক'ত কি যে হোৱা নাই।

"এই জীৱনটো আপোনাৰ কেনে লাগিছে?" বৰদলৈয়ে সুধিলে। "স্ত্ৰী, পুত্ৰক এৰি শ, শ উন্মাদ ব্যক্তিৰ মাজত থাকি কেনে লাগে মই নিজে কোৱাত কৈ আপোনালোকে উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে ভাল পাম।" অলপ বিৰক্তিৰ সুৰত তেওঁ কথাষাৰ ক'লে। "আপোনাক ইয়াত খবৰ লবলৈ কোনোবা আহেনে?" ইমান পৰ নীৰৱ হৈ থকা ৰহমানে প্ৰশ্ন কৰিলে।

"হয় মোৰ ডাঙৰ ল'ৰাটো আৰু মাজু ছোৱালীজনী মাজে সময়ে আহে। সিহঁতে মোলৈ চিঠিও লিখে। সিহঁতৰ বাহিৰে আন কোনো আজিলৈকে অহা নাই। সিহঁতেই মোৰ একমাত্ৰ সান্ত্বনাৰ স্থল। মই ইয়ালৈ অহাৰ পাছত সিহঁতেও মাকক একপ্ৰকাৰ পৰিত্যাগ কৰিছে। ডাঙৰ ল'ৰাটোৱেই একপ্ৰকাৰ ঘৰখন চলাই আছে। যোৱা বছৰ সিয়েই বৰ ছোৱালীজনী বিয়া দিছে। সিহঁতৰ প্ৰতি অন্তৰত থকা অপত্য স্নেহেই মোক জীয়াই ৰাখিছে। সিহঁতে মোক ঘৃণা নকৰে। সন্তানে পিতৃক কৰিবলগীয়া যথোচিত সন্মান আৰু ভক্তি সিহঁতে সদায়েই মোক কৰি আহিছে।"

পগলা মানুহৰ অন্তৰতো দয়া, স্নেহ, অনুকম্পা জীয়াই থাকে। বক্তব্যৰ সামৰণি পৰিব বুলি ভাবিছিলো। নপৰিল।



আমি একো নোকোৱা দেখি তেওঁ উপযাচি ক'লে— আপোনালোকৰ ইচ্ছা হ'লে মোক ইচ্ছামতে আৰু প্ৰশ্ন কৰিব পাৰে। মই বেয়া নাপাওঁ। আপোনালোকৰ সান্নিধ্যত মোৰ মনত জাগে কলেজীয়া জীৱনটোৰ মধুৰ স্মৃতি। সেই মধুময় দিনবোৰৰ স্মৃতিত অন্তৰলৈ নামি আহে পৱিত্ৰতা।"

"আপুনি ইয়াৰ পৰা গুচি যাবৰ ইচ্ছা নকৰেনে?" দীপাই সুধিলে; প্ৰশ্নটো অলপ অমূলক যেন লাগিল। আগৰ কথাখিনিত তেওঁ মনোযোগ ভালদৰে দিয়া নাছিল যেন লাগিল।

"নিশ্চয় মোক যাবলৈ দিলে মই আজিয়েই এই মাত্ৰ যামগৈ। মইতো বলিয়া নহওঁ।"

"বাৰু আপুনি ঘৰলৈ যোৱাৰ পাছত যদি আপোনাৰ পৰিবাৰ পুনৰ আপোনাৰ ঘৰলৈ আহে আপুনি তেওঁক গ্ৰহণ কৰিবনে? কথাষাৰ সুধিয়েই দত্তই চিগাৰেটটোত টানকৈ হোপা এটা মাৰিলে। আৰু অলপ বেছিকৈ টান মৰা হ'লে নিশ্চয় জুই ওলাই গল হেঁতেন।

"যদি তেওঁ অনুতাপ কৰে, সানুনয়ে ক্ষমা বিচাৰে নিশ্চয় মই অকপটভাৱেই শুদ্ধ চিত্তেৰেই তেওঁক ক্ষমা কৰিম, কাৰণ বাইবেলত কৈছে "পাপক ঘিণ কৰিবা, পাপীক ঘিণ নকৰিবা" পত্নীৰ দুষ্কৰ্ম্মক মই সদায় ঘৃণা কৰিম কিন্তু মানুহজনীক নহয়।"

মানুহজন অলপ পৰ ৰ'ল মনে মনে সঙ্কোচ কৰি শিক্ষকক সোধা প্ৰশ্নৰ উত্তৰটো নিদি ওঁঠ দুটা কঁপাই থকা ল'ৰা এটাৰ দৰেই তেওঁ ওঁঠ দুটা লৰালে। একো কব নোৱাৰিলে।

"আপুনি কি ক'ব খুজিছে কওঁক।" হাজৰীকাই আশ্বাস দিলে।

"আপোনালোকে বেয়া নাপালে মই কথা এটা সুধিব খোজো।

"সোধক এটা কিয় এশটা সোধক আমি বেয়া পাবৰ কি কাৰণ আছে।" বৰুৱাই একেলগে উত্তৰ দিলো।

"আপোনালোক ডাক্টৰ হৈছে টেক্‌নিকেল লাইনৰ মানুহ। আপোনালোকৰ কামবোৰো বৰ "মেকানিকেল" আমাৰ চকুত। সাংসাৰিক জীৱনৰ অনুভূতি আপোনালোকৰ অন্তৰত নিশ্চয় সহজে প্ৰবেশ কৰিবগৈ নোৱাৰে। মোৰ সেই কাৰণেই সন্দেহ হৈছে আপোনালোকে মোক এজন সাধাৰণ উন্মাদ ব্যক্তি বুলিয়েই গণ্য কৰিছে আৰু মোৰ কাহিনীটোকো স্বৰচিত অলীক কাহিনী বুলি ধৰিছে। মই সাধাৰণ মানুহ হব পাৰো উন্মাদ; কিন্তু মোৰ কাহিনীটো উন্মাদ নহয়।"

"ভুল বুজিছে আপুনি" বৰাই ক'লে—"চিকিৎসা জীৱন সাংসাৰিক জীৱনৰ অংশ বিশেষহে। চিকিৎসা জীৱনত আমি মেকানিকেল বুলি স্বীকাৰ কৰিছো; কিন্তু বাকী সময়ত আমি আন সাধাৰণ মানুহৰ দৰেই। চিকিৎসা জীৱনত আমাক ইন্দ্ৰিয় গ্ৰাহ্য একো অনুভূতিয়ে স্পৰ্শ কৰিব নোৱাৰে। সংযমৰ দুৰ্জয় দুৰ্গটোৰ মাজত আমাৰ ইন্দ্ৰিয়বোৰ তেতিয়া নিৰাপদে সোমাই থাকে। চিকিৎসা জীৱনটোত আমাৰ ইন্দ্ৰিয়বোৰ বিৰত হৈ থাকিবলগীয়াত পৰাৰ বাবেই সাংসাৰিক জীৱনৰ প্ৰকৃত ধাৰাটোত উটি যাওঁতে অতি সূক্ষ্ম অনুভূতিবোৰো বুজা বা উপলব্ধি কৰাত বেছি সুবিধাহে হয়।"

বৰাৰ কথাবোৰ শুনি অলপ খং উঠিছিল। আত্ম প্ৰকাশ কৰিবলৈ গৈ তেওঁ আত্ম প্ৰশংসাহে কৰিছে। অৱশ্যে বৰাই যে ভুল কোৱা নাছিল এইটো ঠিক।



বিখ্যাত যৌন বৈজ্ঞানিক ডাক্তৰ অচৱাল্ড চোৱাৰ্জে ডাক্তৰৰ বিষয়ে সেই একে অভিমতকেই দিছিল—"যদি এজন ডাক্তৰে তেওঁৰ কনচাল্টিং ৰুমৰ গোপন পৰিবেশটোৰ মাজত থাকোতে সন্মুখত এগৰাকী ধুনীয়া যুৱতীক পায়, তেওঁৰ কৰ্ম্ম বিভোৰতা আৰু ব্যৱসায়ৰ পৰিচ্ছন্নতাই ৰোগীৰ সকলো মোহনীয় গুণক চেৰাই; সেইবিলাকৰ প্ৰতি সম্পূৰ্ণ অনুভূতি শূণ্য কৰি তেওঁক স্বাভাৱিক অৱস্থাত সংযত কৰি ৰাখে। কিন্তু তেওঁ যদি সেই একে গৰাকী যুৱতীকেই কোনো এক আমোদ সভাত সেই সকলো বাধাহীন অৱস্থাত লগ পায়; তেন্তে ঘটনাই সম্পূৰ্ণ বেলেগ ৰূপ ল'ব পাৰে।

[ If a doctor finds himself in the privacy of his consulting-room vis-a-vis an attractive young woman his absorption in his work and his professional decency protect him at any rate-under normal conditions—against any temptation, by producing a complete insensitiveness to the alluring qualities of his patient. But if he meets the same woman at a party, when all these controls are removed, things may take quite a different turn—OSWALD SCHWARZD. ]

তথাপি বৰাক বেছি ক'বৰ সুযোগ নিদি তেওঁৰ কথাৰ মূৰতেই কৈ দিলো—"আপোনাৰ কথাবোৰ মিছা বুলি কবলৈ আমি সাহ কৰিব নোৱাৰো। দাম্পত্য জীৱনত আপোনাৰ টোৰেই জানো একমাত্ৰ ঘটনা? ইয়াতকৈও বেচি কদৰ্য্য ঘটনা দাম্পত্য জীৱনত ঘটাৰ দৃষ্টান্ত আছে। আপোনাৰ

ধৰ্ম্ম জ্ঞান আছে। অহল্যাৰ বিষয়ে নিশ্চয় জানে। আপোনাৰ ঘটনাটোক আমি সত্য বুলিয়েই ধৰি লৈছোঁ।”

আমাৰ কথা শেষ হ'ল।

পত্নী প্ৰেম বিমুখ মানুহজনলৈ চালো। প্ৰতিভাদীপ্ত কোটৰাগত হুচকুৰে—আমালৈ চাই কি ভাবিছিল ক'ব নোৱাৰো।

আহিবৰ সময় হৈছিল। তেওঁৰ পৰা বিদায় ললো। থৰ দৃষ্টিৰে তেওঁ নীৰৱে আমালৈকে চাই আছিল। পুৰণা কবিতা এফাঁকি মনত পৰিছিল। তেওঁ শুনাকৈ গাই দিবৰ মন গৈছিল—“পৱিত্ৰ প্ৰেমত পাতিছে বিঘিনি

ভাৰ্য্যা কুচৰিত্ৰা হই;

তিল তিল কৰি দহিছে হৃদয়

জীৱন কৰিছে ক্ষয়।”

সপ্তাহটোৰ বাকী দিন কেইটাত আমি বেলেগ ৰোগী, উন্মাদ, ব্যক্তিক অধ্যয়ন কৰি ফুৰিছিলো।

প্ৰতিদিনেই আমি পোৱাৰ লগে লগেই তেওঁ আমাৰ সঙ্গ লৈছিল, আমাৰ লগে লগে ঘূৰি ফুৰিছিল। আমি ৰোগীক সোধা প্ৰশ্নবোৰ, সেইতৰ পৰা পোৱা উত্তৰবোৰ তেওঁ শুনিছিল। আমাৰ লগত ফুৰাৰ কাৰণ সোধোতে তেওঁ কৈছিল—“আপোনা-লোকৰ সান্নিধ্যত মোৰ হেৰাই যোৱা ছাত্ৰ জীৱনটোক বিচাৰি পাওঁ। সদায় একে উত্তৰকে দিছিল।

সুবিধা পালেই তেওঁ আমাক বুজাবলৈ চেষ্টা কৰিছিল যে, তেওঁৰ নিষ্কলঙ্ক চৰিত্ৰটোত আমি যেন সন্দেহ নকৰো। তেওঁৰ পত্নী সঁচাকৈয়ে দুঃশ্চৰিত্ৰা আছিল। ইয়াতকৈ বেছি তেওঁ একোৰেই আমাৰ পৰা বিচৰা নাছিল।

মই কিন্তু সঁচাকৈয়ে তেওঁৰ বৰ্ণনাবহুল, করুণ কাহিনীটোক



কল্পনা ৰঞ্জিত অলীক কাহিনী বুলি মানি লব খোজা নাছিলো। ঘটনাবোৰৰ পৰম্পৰাত আঁৰ বা বৈসাদৃশ্যতা নাই। মিছা ঘটনাৰ মাজত অসামঞ্জস্যতা থাকে, সত্য ঘটনাত নাই। মিছা ঘটনা জুকিয়াবলৈও সময় লাগে।

প্ৰবঞ্চনাৰ তীব্ৰ চাপত আত্মসংযমৰ বয়লাৰটো ফাটি যেতিয়া ছুফাল হয়; মানুহে নিৰ্ভীকভাৱে, দ্বিধাহীনতাৰে পাপ, অন্যায় আৰু অবিচাৰৰ বিৰুদ্ধে সংগ্ৰাম কৰিব পাৰে। এনেকুৱা সংযম শূন্য মানুহক আমি ভয় কৰো—আমাৰ পাপ আৰু অন্যায়বোৰ সদৰী হৈ পৰে বুলি। আমি তেওঁক বাধা দিবৰ অপচেষ্টা চলাওঁ। তেওঁক পগলা নহলেও পগলা কৰি তোলো।

স্বেচ্ছাই কোনোবাই, বলিয়া হ'বৰ ইচ্ছা কৰিলেও হ'ব নোৱাৰে। সুস্থ ব্যক্তিৰ তেনে ইচ্ছা সম্পূৰ্ণ অনভিপ্ৰেত, অভি-লাসিত নহয়। সেই কাৰণেই চাইক'নিউৰ'চিচত আজিকালি চাইক'লজি ষ্টাডিয়ে বিশিষ্ট স্থান পাইছে। অকুপেচনেল থেৰাপি দিয়াৰ মূলতেই সেই চাইক'লজি কথাটোৰেই সোমাই আছে। কৰ্ম্মত ব্যস্ত ৰাখি মূল চিন্তাৰ পৰা অশান্ত মনটোক নিলগত থ'ব পাৰিলেই কোনোবা এদিন হঠাৎ সংযম শক্তি ঘূৰি আহে।

আস্পতালত বহুত ভাল হৈ যোৱা ৰোগীকো লগ পাইছিলো। প্ৰফেচাৰৰ কথামতেই সপ্তাহটোৰ শেষৰ দিনা ইম্পৰটেণ্ট কে'চবোৰ জুকিয়াই ললো।

আমাৰ আলোচনা চলিল।

সৰ্ব্বপ্ৰথম এই কে'চটোৰ বিষয়ে আমাৰ অভিমত চাৰে জানিব খুজিলে। চাৰে ধুনীয়া হাঁহি এটা মাৰিলে। আমি নজনা কথাটো শিকাই দিবলৈ পোৱা সুবিধাখিনিৰ গৌৰৱত। নুবুজা কথা বুজাই দিয়াতেই প্ৰফেচাৰৰ তৃপ্তি।

"এইটো কে'চ ডেলিউচনৰ ( Delusion )। ডেলিউচন্ হৈছে বদ্ধমূল অলীক বিশ্বাস—যিটোক কোনো যুক্তিৰেই মনৰ পৰা দূৰ কৰিব নোৱাৰি। এই মানুহজনে বদ্ধমূল ভাৱে ধৰি লৈছে যে, সকলো মানুহেই তেওঁৰ কথাবোৰ মিছা বুলি ভাৱে। তেওঁ আন কাৰণতহে ডেকাজনক হত্যা কৰিছিল। এই ভুল বিশ্বাসটো মনৰ সদনত বাস কৰি থকাৰ কাৰণেই সকলো মানুহকে সদায় সেই একেবোৰ কথাকেই কৈ আহিছে আৰু আগলৈও কৈ থাকিব। তোমালোকে এটা কথা লক্ষ্য নকৰিলা,—তেওঁৰ সুদীৰ্ঘ বক্তব্যৰ প্ৰায় বিলাক কথায়েই এক কেন্দ্ৰিক আৰু আত্ম কেন্দ্ৰিক।"

"চাৰ এতিয়া যদি তেওঁক এৰি দিয়া হয়, কিবা অপকাৰ হোৱাৰ আশঙ্কা আছেনেকি? দত্তই সুধিলে।

তেওঁক এতিয়া এৰি দিব নোৱাৰি। যদি তেওঁ ক'ব খোজা কথাবোৰ মানুহে নুশুনে, শুনিলেও সত্য বুলি মানিবলৈ অস্বীকাৰ কৰে, তেওঁৰ নিশ্চয় খং উঠিব। সেই খঙৰ পৰিনাম অতি ভয়াবহ হৈ পৰিব। তাতে আৰু এটা কথা—হয়তো তেওঁৰ স্বাস্থ্য ভাগি পৰিছে যদিও তেওঁৰ পত্নীৰ স্বাস্থ্য হয়তো অটুট হৈয়েই আছে। গতিকে আগৰ ঘটনাটোৰ পুনৰাভিনয় হোৱাৰ আশঙ্কাও নোহোৱা নহয়।"

"চাৰ, তেন্তে তেওঁক ইয়াৰ পৰা যাবলৈ দিয়াৰ সম্ভাৱনা একেবাৰেই নাই নেকি? জানিবলৈ ব্যগ্ৰ হৈ পৰিছিলো। "যি দিনা তেওঁৰ মনৰ পৰা সম্ভোগ বাসনা বাৰ্দ্ধক্যই চিৰদিনৰ বাবে কাঢ়ি নিব, যিদিনা তেওঁ এই কথাবোৰ ক'বলৈ এৰি দিব, সেই দিনাই তেওঁক যাবলৈ দিয়া হ'ব।"

"তেনে এটা দিন তেওঁ পোৱাৰ সম্ভাৱনা জানো আছে চাৰ।" আজি সোতৰ বছৰেওঁ তেওঁৰ মনলৈ একো পৰিবৰ্ত্তন অহা নাই। মই নেজানো, যদি ভৱিষ্যতে তেনে এটা দিন আহে। তেওঁক সচাঁকৈয়ে পৰম সৌভাগ্যবান পুৰুষ বুলি স্বীকাৰ কৰিব লাগিব।

চাৰৰ কথা শুনি আঘাত পালো। মনত পৰিছিল, মানুহ জনে প্ৰতিদিনে ৱাৰ্ডাৰ এজনক সোধা কথাষাৰলৈ—"মোক কোনদিনা তোমালোকে ঘৰলৈ যাবলৈ দিবা।

"কাইলৈ।" ঘৰলৈ যাবৰ ইচ্ছা কৰি হেঁপাহেৰে সোধা যেই কোনো ৰোগীকেই দিয়া সেই একে সমিধানকে ৱাৰ্ডাৰজনে দিয়ে।

—প্ৰশ্ন কাকতখন সামৰি থলো।

নম্বৰ হিচাব কৰা আৰু নহ'ল। মানুহ জনলৈ ঘনাই মনত পৰি থাকিল। জীৱনৰ ছুলি থকা ভাগ্য দোলকডাল সৌভাগ্যৰ ফালে অলপ দূৰ যাওঁতেই দুৰ্ভাগ্যৰ প্ৰবল আকৰ্ষণে বিপৰীতফালে টানি আনিলে। এই আকৰ্ষণৰ বিৰতি নাই। যিদিনা জীৱন ঘড়ীৰ চাবি নাইকীয়া হৈ যাব তেতিয়াহে এই আকৰ্ষণ বন্ধ হ'ব।

"তেওঁৰ জীৱন কাহিনীটো লিখি ময়েই নহয়, আমি সকলোৱেই পৰীক্ষাত ভাল নম্বৰ পাম। পৰীক্ষাৰ উত্তৰ লিখি থকা মুহূৰ্ত্তখিনিৰ ভিতৰতহে তেওঁৰ জীৱনটো আমাৰ প্ৰতি প্ৰয়োজন হৈ পৰিছিল। পৰীক্ষা শেষ হোৱাৰ পাচত আকৌ মূল্যহীন হৈ পৰিছিল। আজি প্ৰশ্নখনে তেওঁক সুৱঁৰিবলৈ বাধ্য কৰাইছে। পুনৰ তেওঁক সুৱঁৰিবৰ প্ৰয়োজন নহবও পাৰে।

পাহৰা আমাৰ কৰ্ত্তব্য নহলেও ধৰ্ম্ম।

তেজপুৰৰ মানসিক ব্যাধিৰ চিকিৎসালয়খনৰ সুদৃঢ় ইটাৰ পকা বেৰৰ মাজত কোনোবা এক নিভৃত কোণত বহি আজিও চাগৈ তেওঁ 'কাইলৈ'টোক লগ পাবৰ কাৰণে অপেক্ষা কৰি আছে। কিন্তু এই 'কাইলৈটোৱে' তেওঁক লগ দিব খোজা নাই ; কিজানি নিদিবও। নিজকে পগলা বুলি অস্বীকাৰ কৰা এই মানুহজনে, আনৰ চকুত বলীয়া হৈ আস্পতালৰ চৌহদতেই অনাগত ভৱিষ্যতৰ অজান দিন এটাত মৃত্যুক আদৰি ল'ব।

———